প্ৰকাশক ঃ
মহাপুৰুষ বুক কোম্পানী
গুৱাহাটী, অসম

প্ৰথম প্ৰকাশ ঃ অক্টোবৰ ১৯৬৭

মূল্য ঃ দুটকা

মুদ্ৰক ঃ
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে ষ্ট্ৰীট, কলিকতা-৬

দেউতাৰ নিচিনা আজীৱন শিক্ষাব্ৰতত ব্ৰতী
শিক্ষকসকললৈ
শ্ৰদ্ধাৰে

# লিখকৰ কথা

লিখকৰ পৰম আৰাধ্য পিতৃদেৱতা স্বৰ্গীয় হৰমোহন দাস দেৱে ১৯৪২ চনত তেখেতৰ জীৱনৰ কথা কিছুমান 'বংশ পৰিচয়' নাম দি টোকা আকাৰে লিখি উলিয়ায়। তাৰ পিছত ১৯৫৬ চনলৈকে প্ৰতি বছৰৰ স্মৰণীয় ঘটনাবোৰ টোকা আকাৰে লিপিবদ্ধ কৰি থৈ যায়। তেখেতে লিখি থৈ যোৱা টোকাখিনিৰ ওপৰত নিৰ্ভৰ কৰিয়েই দেউতাৰ কথা লিখি উলিওৱা হৈছে।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ বুৰঞ্জীৰ অধ্যাপক বন্ধুবৰ শ্ৰীদেৱপ্ৰসাদ বৰুৱাই প্ৰথম পৰিশিষ্টটো চাই দিছে। এখেতৰ ওচৰত লিখক কৃতজ্ঞ।

কিতাপখন যুগুত কৰাত নানা ধৰণে সহায় কৰিছে শ্ৰীমতী মঞ্জুমালা দাসে। প্ৰেছৰ উপযোগীকৈ লিখি দিছে শ্ৰীকমলা বৰদলৈয়ে। এওঁলোকক লিখকে ধন্যবাদ জনাইছে।

কলিকতাৰ নবজীৱন প্ৰেছৰ শ্ৰীকালীচৰণ পালে কিতাপখন বিশেষ যত্ন সহকাৰে ছপাই উলিওৱাৰ বাবে লিখকে তেখেতকো ধন্যবাদ জনাইছে।

গুৱাহাটী
৪.১০.৬৭

**ভুবনমোহন দাস**

গাওঁখনত তেতিয়াও ভালদৰে বেলিৰ পোহৰ পৰাই নাই। গোটেই গাওঁখনেই যেন নিতাল মাৰি শুই আছে। কাৰো ক'তো সাৰস্থুৰ নাই। তেনে সময়তে এঘৰ মানুহৰ বৰঘৰৰ দুৱাৰ মেল খালে। এজন মানুহ ওলাই আহিল।

গাওঁখনৰ নাম শুৱালকুছি। গুৱাহাটীৰপৰা প্ৰায় চৈধ্য মাইল আঁতৰত ব্ৰহ্মপুত্ৰ নৈৰ উত্তৰ পাৰত অৱস্থিত। গাওঁখনত বসতি বৰ ঘন। ব্ৰাহ্মণ, কলিতা, কেওট, ধোবা, সুৰী, নদীয়াল আদি নানান জাতিৰ মানুহৰ বাস। প্ৰতিটো জাতিৰ কাৰণেই একো একোটা বেলেগ চুবুৰী যেন। বিশিষ্ট ব্ৰাহ্মণ কেইঘৰমানক স্থাপন কৰে ৰত্নপাল ৰজাই। তেওঁ ব্ৰাহ্মণসকলক ভূমি-বৃত্তি দান কৰি তামৰ ফলি এখন লিখি দিয়ে।

মোগলৰ আক্ৰমণৰ সময়ত এই শুৱালকুছি গাৱঁতো অসমৰ ৰজাৰ বিষয়াই সেনা-বাহৰ সাজি কোঠ পাতিছিল, যুঁজৰ আহিলা-পাতিৰ যোগাৰ ৰাখিছিল। সেই সময়ৰ যুঁজাৰু বিষয়াসকলৰ কোনো কোনো জনে যুদ্ধৰ পিছত এই গাৱঁতে স্থায়ীভাবে বসবাস কৰিবলৈ লয়। সেই সকলৰ বংশধৰ কলিতা জাতিৰ মানুহ এতিয়াও এই গাৱঁত আছে। তেনে এঘৰ মানুহৰ কথাকে ওপৰত উল্লেখ কৰা হৈছে।

শুৱালকুছি গাৱঁৰ মানুহৰ জীৱিকাৰ প্ৰধান সম্বল আছিল তাঁত শিল্প আৰু বেহা-বেপাৰ। বছৰৰ কোনো এক সময়ত পুৰুষসকলে

নাও লৈ উজাই যায় উজনিলৈ, মাজুলীলৈ বেপাৰ বণিজ কৰাৰ উদ্দেশ্যে। মাইকী মানুহবোৰ ঘৰতে থাকে। তাঁতৰ কাম কৰে। পুৰুষেও যোগ দিয়ে। সেই কাৰণে শুৱালকুছি গাৱঁত খাবলৈ নোপোৱা নিচলা দুখীয়া মানুহ নাছিল। সাতকুলত কোনো নথকা বাৰী বিধবাসকলেও মুগা কাটি, তাঁতৰ বাটিত ধৰি পেটৰ ভাতখিনি সহজে মোকোলাইছিল।

গাৱঁৰ মানুহবোৰ বৰ ধৰ্ম্ম-বিশ্বাসী। মহাপুৰুষীয়া, দামোদৰীয়া, শৈৱ আদি নানান ধৰ্ম্মাৱলম্বী মানুহৰ বাস এই গাৱঁত।

যিজন মানুহৰ কথা কোৱা হৈছে তেওঁৰ নাম ললিতমোহন দাস। মধ্যমীয়া ধৰণে ওখ মানুহজন। গাৰ বৰণ উজ্জ্বল গৌৰ। দেখাত থুলন্তৰ পুৰুষ। বয়স আঢ়ৈকুৰিমান হব।

তেওঁ বৰঘৰৰ পৰা নামি চোতালখন পাৰ হৈ পশ্চিমে থকা পকীঘৰৰ ওচৰ পালে। পকীঘৰ আৰু ৰান্ধনি ঘৰৰ মাজেৰে গৈ পাছ চোতাল পাব পাৰি।

কিন্তু তেওঁ পাছ চোতাললৈ নগৈ আকৌ বৰ চোতালখন পাৰ হৈ দক্ষিণে থকা থকা-ঘৰৰ ওচৰ পালে। দুৱাৰ মুখত কাণ পাতি কিবা শব্দ শুনে নেকি চালে। পৰহিৰ পৰা তেওঁৰ ঘৈণীয়েক এই থকা-ঘৰতে শুইছে, তেওঁৰ লগত নাই। কিয়নো তেওঁৰ ঘৈণীয়েকৰ প্ৰসৱৰ সময়।

ললিতমোহনে চাৰিবাৰ দাৰ গ্ৰহণ কৰে। প্ৰথম গৰাকীক বিয়া কৰাই ঘৰলৈ আনিবলৈ নাপালে—আগতেই ঢুকাল। দ্বিতীয়জনীৰো সোনকালেই মৃত্যু হয়। তৃতীয় গৰাকীৰ তেতিয়া প্ৰসৱৰ কাল।

ললিতমোহনে কিছু পৰ দুৱাৰ মুখত ৰৈ ভিতৰৰ পৰা একো উমান নাপাই আকৌ পাছ চোতাললৈ খোজ ললে। পাছ চোতাল পাৰ হৈ বাৰীখন। বাৰীৰ একোণত পুখুৰীটো।

তেওঁৰ প্ৰাতঃকৃত্য সমাপন কৰি ভোটেৰাৰ ঠাৰিৰে দাঁত মাজি মাজি নাদৰ ওচৰ পালে। ইতিমধ্যে ঘৰৰ দুই চাৰিজন উঠিছে।



বৰ ডাঙৰ পৰিয়াল ললিতমোহনহঁতৰ। হাউলিটো প্ৰকাণ্ড। চোতালেই সাতখন। বৰঘৰ, চ'ৰাঘৰ, থকা-ঘৰ, বহা-ঘৰ, আলহী ঘৰ, টোপঘৰ, নামঘৰ, পকীঘৰ আদি বেলেগ নামৰ কেইবাটাও ঘৰ হাউলিটোত। তাৰ বাহিৰে ভঁৰালঘৰ, ঢেকীঘৰ, ৰান্ধনিঘৰ, খৰিঘৰ, গোহালী, তাঁতঘৰ আদি আছেই। ঘৰৰ সমুখেৰে আৰু উত্তৰে বাৰীৰ সীমাৰে আলিটো গৈছে। পূবে জান এটি বৈ গৈছে। বাৰিষা ব্ৰহ্মপুত্ৰৰ পানী সোমাই জানটো উপচি পৰে। তেতিয়া তাত নাও চলে। দক্ষিণে সাধু-সন্ত মহন্তসকল থকা ঘৰৰে সৈতে বৰ সত্ৰখন। এইখন সত্ৰই গাৱঁৰ ভিতৰত সবাতোকৈ পুৰণি।

উত্তৰে বাৰীখন পাৰ হৈ কিছুদূৰ গলেই খোলা ঠাই এডোখৰ। যি সময়ৰ কথা কোৱা হৈছে সেই সময়ত ইয়াত ললিতমোহনহঁতৰ হাতী বন্ধা হৈছিল। এতিয়া হাতী নাই। কিন্তু সেই আগৰ নামেৰে এই অঞ্চলটোৰ নাম এতিয়াও হাতীবন্ধা।

একান্নৱৰ্ত্তী পৰিয়াল ললিতমোহনহঁতৰ। উপৰি পাঁচপুৰুষৰ পৰাই তেওঁলোকৰ এই গাৱঁত বসতি। ললিতমোহনৰ পিতাকৰ নাম নাৰায়ণ তালুকদাৰ। তেৱেঁই প্ৰথমে বৰ সত্ৰৰ ওচৰত থকা জঙ্গলৰ এপূৰামান পৰিষ্কাৰ কৰি এই হাউলিৰ প্ৰতিষ্ঠা কৰে। প্ৰথমে সৰুকৈ ঘৰ এটা সাজি থাকিবলৈ লয়। তাৰ পিছত পুতেকসকল ডাঙৰ হৈ অহাৰ লগে লগে প্ৰয়োজন অনুসৰি ঘৰৰ সংখ্যা বঢ়াওঁতে বঢ়াওঁতে ওপৰত বৰ্ণনা কৰা মতে নানান ঘৰ-দুৱাৰ হয়গৈ। পুতেকসকল ডাঙৰ হৈ অহাৰ লগে লগে ঘৰৰ অৱস্থাও আগতকৈ ভাল হৈ আহে। গাৱঁৰ ভিতৰত এক সম্ভ্ৰান্ত আৰু প্ৰতিপত্তিশীল পৰিয়াল ৰূপে পৰিগণিত হয়।

নাৰায়ণ তালুকদাৰৰ সাতোটি পুত্ৰ। তাৰে এজন অকালতে ঢুকায়। বাকী ছজনৰ নাম হল ক্ৰমে বালেকৰাম, শান্তিৰাম, ললিতমোহন, সোণাৰাম, চিতৰাম আৰু বিষয়ৰাম। বালেকৰাম সৰুবেপৰা ধীৰ, স্থিৰ আৰু সৰল মতিৰ আছিল। সামান্য লেখাপঢ়া

শিকি তেওঁ পিতাকক বেহা-বেপাৰত সহায় কৰিছিল। ঘৰৰ খাট-পামো তেৱেঁই চলাইছিল। দ্বিতীয় পুত্ৰ শান্তিৰামেও বেছি পঢ়াশুনা নিশিকিলে। বেহা-বেপাৰতে মন দিলে। সেই সময়ত এওঁলোকৰ সাতটামান হাতী আছিল। হাতীবোৰক কামত লগোৱা, চোৱা-চিতা কৰা এৱেঁই কৰিছিল। তৃতীয় পুত্ৰ ললিতমোহন সৰুৰে পৰা বৰ ধাৰ্ম্মিক আছিল। বেহা-বেপাৰতকৈ তেওঁৰ আগ্ৰহ বেছি আছিল ধৰ্ম্মৰ প্ৰতিহে। তেওঁৰ বিচাৰ শক্তি বৰ প্ৰশংসনীয় আছিল। সেই-কাৰণে মেল-দৰবাৰত তেওঁৰ ৰায়ক সকলোৱে মানি লৈছিল। সূতাৰৰ কামত তেওঁ বৰ পটু আছিল। কাঠত নানা ধৰণৰ মূৰ্ত্তি, নক্সা আদি কাটি সেইবোৰ সত্ৰৰ বেৰত লগাই সত্ৰৰ শোভা বৰ্দ্ধন কৰিছিল।

চতুৰ্থ পুত্ৰ সোণাৰাম। সৰুৰে পৰা তেওঁৰ লিখা-পঢ়াৰ প্ৰতি বৰ ধাউতি আছিল। নাৰায়ণ তালুকদাৰৰ ঘৰখন ব্যৱসায়ী মানুহৰ ঘৰ। লিখা-পঢ়াতকৈ সকলোৰে ধাউতি বেহা-বেপাৰৰ প্ৰতি। এনে এক প্ৰতিকূল পৰিবেশতো পঢ়া-শুনাৰ প্ৰতি প্ৰবল আগ্ৰহ থকাৰ কাৰণেহে সোণাৰামে নিজৰ চেষ্টাত গুৱাহাটীলৈ আহি লিখা-পঢ়া শিকি ওকালতি পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটীতে ওকালতি কৰিবলৈ লয়। মাটি-বাৰী লৈ তেওঁ গুৱাহাটীতে স্থায়ীভাবে বসবাস কৰে। সোণাৰাম এজন ধৰ্ম্মপ্ৰাণ ব্যক্তি আছিল। বৰপেটাৰ সত্ৰৰ পৰা তেওঁক ৰাজমেধি উপাধি দিয়া হৈছিল। শিক্ষা-প্ৰসাৰৰ উদ্দেশ্যে তেওঁ গুৱাহাটীত নিজৰ নামে সোণাৰাম স্কুল প্ৰতিষ্ঠা কৰে।

চিতৰামে বেহা-বেপাৰৰ কামত সাহায্য কৰাৰ লগে লগে মৌজাও চলাইছিল। সেইকাৰণে তেওঁ চৌধাৰী উপাধি লয়। ষষ্ঠ পুত্ৰ বিষয়ৰামে মণ্ডলৰ কাম কৰিছিল। তেওঁ এজন ভাল কবিৰাজো আছিল।

এইদৰে নাৰায়ণ তালুকদাৰৰ ছয় পুতেকে নিজৰ নিজৰ আগ্ৰহ অনুযায়ী কাম কৰাৰ লগতে গোটেই ঘৰখনৰ বাবেও কাম কৰি এখন আদৰ্শ গৃহস্থী গঢ়ি তুলিবলৈ দেহেকেহে যত্ন কৰিছিল। ছয় পুত্ৰৰ



সেৱা-শুশ্ৰূষাৰে নাৰায়ণ তালুকদাৰে মহাপয়োভৰেৰে দিনবোৰ অতিবাহিত কৰিছিল।

এইবাৰ আকৌ আগৰ কথালৈ ঘূৰি যাওঁ। ললিতমোহনে নাদৰ ওচৰ পালে। নাদৰ পাৰত ইতিমধ্যে পানী তুলি থোৱা আছিল। কিয়নো ললিতমোহনে ফুৰা হোৱা গাৰে নাদটো চুব নোৱাৰে। তেনে কৰিলে নাদটো চুৱা যাব। নাদৰ পানী গোঁসাই ঘৰৰ কামত লাগে।

গা-পা ধুই তেওঁ নামঘৰত সোমাল। দৈনন্দিন পুৱাৰ প্ৰসঙ্গ কৰি হাটীসত্ৰলৈ খোজ ললে। তেওঁৰ এইটো বহু দিনৰ অভ্যাস। এবাৰ নহয় এবাৰ সত্ৰলৈ যায়। তেতিয়া সত্ৰৰ পুৱাৰ প্ৰসঙ্গ প্ৰায় শেষ হৈ আহিছে। তেওঁ নামঘৰৰ একোণত বহিলগৈ।

প্ৰসঙ্গৰ পিছত ভকতসকলৰে সৈতে তেওঁ গৈ অধিকাৰৰ ওচৰত বহিল। কেতিয়াবা এই সময়ত, কেতিয়াবা গধূলি অধিকাৰে ভকত-বৃন্দক লৈ ধৰ্ম্মালোচনাত বহে। এই আলোচনাত গাৱঁৰ আন আন মানুহেও যোগ দিয়ে। ললিতমোহনে সুবিধা পালেই এনে আলোচনাত যোগ দিয়ে।

আলোচনাৰ মাজতে হঠাতে অধিকাৰে ললিতমোহনলৈ চাই সুধিলে—"তোমাৰ আজি কি হৈছে ? বৰ চিন্তামগ্ন যেন দেখিছোঁ। আমাৰ আলোচনাত যেন মন দিব পৰা নাই।"

কথাটো সঁচা। অইন দিনাৰ দৰে ললিতমোহনে আজি আলোচনাত ভাগ লব পৰা নাই! মনটো কিবা উদাস হৈ আছে। অধিকাৰে প্ৰশ্ন কৰাত তেওঁ জনালে যে তেওঁৰ পৰিবাৰৰ প্ৰসৱৰ সময়। সেইকাৰণে তেওঁ অলপ চিন্তাযুক্ত হৈ আছে। তাকে শুনি অধিকাৰে মিচিকিয়া হাঁহি এটা মাৰি কলে—"চিন্তাৰ কোনো কাৰণ নেদেখো। সকলো পৰম পিতাৰ ইচ্ছা, গুৰুজনাৰ আশীৰ্ব্বাদ। আনন্দ কৰা। তোমাৰ এটি পুত্ৰ সন্তান লাভ হব। সন্তান বৰ ধৰ্ম্মপ্ৰাণ হব। তোমাৰ মুখ উজলাব।"

ইয়াকে কৈ অধিকাৰ ভিতৰলৈ উঠি গল। সেইদিনাৰে ধৰ্ম্ম আলোচনাৰ ওৰ পৰিল। ললিতমোহনে উঠি গৈ নামঘৰৰ খুটা এটাৰ ওচৰ পালে। কেইদিনমান হল খুটাৰ গাত তেওঁ এটা নক্সা কাটিবলৈ লৈছিল। তেওঁ একান্ত মনে নক্সা কটাত লাগিল।

এক মনে কামত লাগি কিমান পৰ অতিবাহিত কৰিলে তেওঁৰ খবৰেই নাই। এনে সময়তে ওচৰৰে বুঢ়া মানুহ এজনে তেওঁক মাত লগালে,—“ললিত! তুমি ইয়াতে আছা। ঘৰৰ খবৰ পোৱা নাই নেকি? তোমাৰ পৰিবাৰৰ গা লৰিছে। আমাৰ বুঢ়ীক মাতি লৈ গলচোন।”

বুঢ়াৰ কথা শুনি ললিতমোহনে বস্তু-বাহানি সামৰি ঘৰলৈ খোজ ললে।

তেতিয়া আহাৰ মাহ। ৰাতিপুৱাৰে পৰা বতৰটো ফৰকাল যদিও মাজে মাজে আকাশত ডাৱৰে দেখা দিয়ে। ক্ষন্তেকৰ বাবে অন্ধকাৰ যেন হৈ পৰে। ছুপৰীয়া এচাটি বতাহ বলিল। লগতে কপাহগুটীয়া শিলো পৰিল। আবেলিৰ লগে লগে আকৌ বতৰটো মুকলি হল।

ইতিমধ্যে ললিতমোহনৰ পৰিবাৰৰ যন্ত্ৰণা বাঢ়ি গৈছে। কষ্টত বৰকৈ চিঞৰিছে। ওচৰত থকা মাইকী মানুহবোৰ ব্যতিব্যস্ত হৈ পৰিছে। তেওঁৰ কাতৰ যন্ত্ৰণা দেখি কোনে কি কৰিব ভাবি পোৱা নাই। যি কেইজন বয়সস্থ মাইকী মানুহে এনেবোৰ কাম জানে, সেইসকলে যৎপৰোনাস্তি চেষ্টা কৰিছে তেওঁক সুস্থ কৰিবলৈ। আনবোৰে ইজনে সিজনৰ মুখলৈ চাইছে। সকলো যেন বিবুধি।

এনে সময়তে মানুহ এগৰাকীয়ে কিবা এটা বস্তু বিচাৰি কোঠাটোৰ একোণলৈ গল। বস্তুটোত হাত দিবলৈ নাপালে। কিবা এটাই ফোঁচ ফোঁচকৈ উঠিল। প্ৰকাণ্ড বিষধৰ সৰ্প এডাল। খুটা এটাত সাপটো মেৰ খাই আছে। সাপ দেখি সকলোৰে চুলিৰ আগে জীৰ গল। কোঢ়াল কৰি চিঞৰি উঠিল। মানুহৰ কোঢ়ালত সাপ কোনফালে কলৈ গল কোনেও ততকে ধৰিব নোৱাৰিলে।



কোঢ়াল কমাত সকলোৱে লক্ষ্য কৰিলে যে হাই-উৰুমিৰ মাজতে লৰা এটা ভূমিস্থ হৈছে। পুত্ৰসন্তান জন্মা দেখি সকলোৰে মনত বৰ ৰং। সূতিকা গৃহৰ পৰা খবৰটো বাহিৰলৈ ওলোৱাৰ লগে লগে যেয়ে যেনেকৈ পাৰে আনন্দ প্ৰকাশ কৰিবলৈ ধৰিলে। কোনোৱে কাঁহ বজালে, কোনোৱে ঘণ্টা বজালে। কোনোৱে ঘৰৰ ওপৰেদি দোন দলিয়ালে।

সেইদিনা আছিল ১৮১২ শকৰ ৭ আহাৰ; ইংৰাজী ১৮৯০ চনৰ ২০ জুন তাৰিখ।

মানুহৰ আনন্দ বেছিপৰ স্থায়ী নহল। দেউতাৰ জন্ম হোৱাৰ চাৰি পাঁচ ঘণ্টামানৰ পিছৰপৰা দেউতাৰ মাকৰ সূতিকা ৰোগ আৰম্ভ হল—বাঘিনী প্ৰসূতা। ওজা বেজ কবিৰাজক খবৰ দিয়া হল। এজন এজনকৈ সকলো আহিল। ৰোগিণীক চালে। দৰৱ দিলে। কিন্তু অসুখ কমক চাৰি দিনে দিনে বেছিহে হৈ যাবলৈ ধৰিলে।

পঞ্চমদিনা অসুখে বেয়াৰ ফালে ঢাল ললে। সেইদিনা আকৌ দেউতাৰ গণনাৰ দিন। ৰাতিপুৱাতে দৈৱজ্ঞ বাপুক খবৰ দিয়া হল। দৈৱজ্ঞ বাপু আহিল। ফলি-পেন্সিল লৈ গণনাত বহিল। গণনাৰ অন্তত ফলিখন দুৰ্ব্বা আৰু চাউলেৰে দেউতাৰ মূৰ-শিতানত থোৱা হল। এগছ বন্তিও জ্বলাই দিলে।

ইপিনে দেউতাৰ মাকৰ অসুখ বেছি হৈ আহিল। ওজা-কবিৰাজৰ চেষ্টা বিফল হল। সন্ধ্যাপৰত দেউতাৰ মাকে চিৰদিনৰ বাবে চকু মুদিলে। জন্মৰ পঞ্চম দিনত দেউতা মাকৰ মৰমৰ পৰা বঞ্চিত হল।

মাতৃ বিয়োগৰ লগে লগে সোনকালেই দেউতাৰো মৃত্যু হব বুলি সকলোৱে ধৰি লৈছিল। আনকি সাতদিনৰ দিনা ঘৰৰ বাজ কৰি চোতালত উলিয়াই থৈছিলেই। বহুপৰ তেনেকৈ থাকি হঠাতে কান্দি উঠাতহে মানুহে গম পালে যে দেউতা বাচি আছে। আকৌ

নি ভিতৰ সুমুৱালে। এইদৰে দেউতাৰ মৃত্যুৰ আগন্তুক যেন দেখি তিনি বছৰৰ ভিতৰত প্ৰায় চাৰি-পাঁচবাৰ দেউতাক ঘৰৰ বাজলৈ অনা হৈছিল। ভগবানৰ কিবা আশীৰ্ব্বাদ, প্ৰত্যেকবাৰেই আকৌ নি ঘৰ সুমুৱাইছিল।

মাতৃৰ আদৰ-যত্নৰ পৰা বঞ্চিত হৈ দেউতা ডাঙৰ হৈ আহিছিল খুৰীয়েক জেঠায়েক আদিৰ লালন পালনত। তেতিয়াৰ দিন—তাতে আকৌ গাওঁ। এতিয়াৰ দৰে শিশুৰ খাদ্যও পাবলৈ নাই। খুৱাবৰ ব্যৱস্থাও নাই। ফটাকানি গাখীৰত তিয়াই মুখত চেপি দি গাখীৰ খুৱায়। আহাৰৰ ভিতৰত গাখীৰ, ভাতৰ মাৰ, লোথৰী আদি।

এনেকৈয়ে দেউতা ডাঙৰ হৈ আহিল। চাওঁতে চাওঁতে পাঁচ বছৰত ভৰি দিলে। সময় হৈ আহিল বিদ্যাৰম্ভৰ। ইতিমধ্যে পিতাক ললিতমোহনে আৰু এবাৰ বিয়া কৰাইছে। চতুৰ্থ পত্নীৰ ফালৰপৰা আৰু এটি পুত্ৰ-সন্তান উপজিছে।

সাধু টোলত থকা দেউতাহঁতৰ কুলগুৰু মায়াৰাম মহন্ত লেখাপঢ়া জনা এজন পণ্ডিত লোক। তেওঁক সকলোৱে পণ্ডিত বাপু বুলি মাতে। ইটো সিটো সুধিবলৈ প্ৰায় সকলো সময়তে তেওঁৰ ওচৰত মানুহ থাকেই। ললিতমোহনে দিন-বাৰ চাই দেউতাক মায়াৰাম মহন্তৰ চৰণত সঁপি দিলে। মহন্তয়ো আনন্দচিত্তে দেউতাৰ শিক্ষাৰ ভাৰ ললে।

মাঘৰ শ্ৰীপঞ্চমীৰ দিনা দেউতাৰ হাতত ফলি-পুথি দিয়া হল। পণ্ডিত বাপুৱে ফলিত ক খ গ আখৰ তিনটা লিখি আখৰ কেইটাৰ লগত দেউতাক পৰিচয় কৰাই দি লিখিবলৈ কলে। আখৰ তিনিটাৰ লগত দেউতাৰ সহজেই পৰিচয় ঘটিল। কিন্তু বহুত চেষ্টা কৰিও লিখিব নোৱাৰি দেউতাই ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। সেই সময়ত দেউতাৰ পিতাক ওচৰতে বহি আছিল। তেওঁ দেউতাক নিচুকাবলৈ ধৰিলে। পণ্ডিত বাপুৱেও হাঁহি মাৰি মিঠা মিঠা কথাৰে দেউতাৰ ভয় দূৰ কৰি আকৌ ফলি-পেন্সিল হাতত



দিলে। এইবাৰ দেউতাই সহজেই ক খ গ আখৰ তিনিটা লিখি পেলালে। প্ৰথম দিনাখনেই তিনিটা আখৰ লিখিব পৰা দেখি সকলোৱে দেউতাক শলাগিলে। দেউতাই মনত বৰ উৎসাহ পালে।

মায়াৰাম পণ্ডিতৰ ওচৰত দেউতাই এবছৰ কাল শিক্ষালাভ কৰে। সেই সময়ত পণ্ডিত বাপুৱে দেউতাক লিখা-পঢ়া শিকোৱাৰ লগতে দেউতাৰ মনত ধৰ্ম্মভাৱৰ বীজ ৰোপণ কৰে।

ইয়াৰ পিছত উচ্চ প্ৰাইমাৰী স্কুলত দেউতাক পঢ়িবলৈ দিয়া হয়। প্ৰথমদিনা স্কুললৈ গৈয়ে দেউতাই ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। কাৰণ অইন একোৱেই নহয়। স্কুলৰ হেডপণ্ডিত হাহিৰাম। পিতল চকুৰে সৈতে বৰ ডাঙৰ-দীঘল মানুহজন। দেখিলেই ভয় লাগে। হেডপণ্ডিত ওচৰ চপাৰ লগে লগে দেউতাৰ অন্তৰাত্মা কঁপি উঠিল। সেইদিনা পিতাকৰ লগতে দেউতা ঘৰলৈ গুচি আহিল। তাৰ পিছত আৰু দেউতা স্কুললৈ নোযোৱা হল। হেডপণ্ডিতে কথাটো কিবাকৈ গম পালে। তেওঁ এদিন দেউতাহঁতৰ ঘৰত উপস্থিত হল। ঘৰলৈ অহাত সকলোৱে আদৰ সন্মান কৰি হাহিৰাম পণ্ডিতক বহিবলৈ দিলে। চাহ-জলপানো দিয়া হল। জলপান খাবলৈ বহি তেওঁ দেউতাক ওচৰলৈ মাতিলে। দেউতা ভয়ে ভয়ে পণ্ডিতৰ ওচৰ চাপিল। পণ্ডিতে দেউতাক মৰম কৰি কোলাত লৈ নিজৰ জলপানৰ এভাগ হাতত তুলি দি কলে,—"তই নিয়মিত ভাবে স্কুললৈ যাবি। মই তোক নিজে পঢ়ুৱাম।"

সেইদিন ধৰি দেউতাৰ ভয় ভাগিল। নিয়মিতভাবে স্কুললৈ যোৱা হল। হাহিৰাম পণ্ডিতৰ আদৰ-যত্ন পাই দেউতাই ভালদৰে পঢ়া-শুনাত মনোনিবেশ কৰিলে। এইজনা পণ্ডিতৰ বাবেই দেউতাই পৰীক্ষাত সুফল দেখুৱাব পাৰিছিল।

১৮৯৭ চনত অসমত বৰ ভূইকঁপ হয়। দেউতা তেতিয়া সৰু। ছয় সাত বছৰমান হৈছে। দেউতাৰ একো কথাকে মনত নাই। মাত্ৰ মনত আছে বৰ ভূইকঁপত দেউতাহঁতৰ পকীঘৰটো ভাগি

পৰিছিল। চোতাল ফাটি বালি মাটি ওলাইছিল। দেউতাই ভয়তে পিতাকক সাৱটি ধৰিছিল।

পিতাকৰ কথাও দেউতাৰ ভালদৰে মনত নপৰে। দেউতাৰ সাত বছৰমান বয়সতে পিতাক ঢুকায়। দেউতাই পিতাকৰ বিষয়ে লিখি থৈ গৈছে—"মোৰ মনত পৰাৰে পৰা প্ৰায়ে সকলো সময়তে পিতাৰ লগতে থাকো। পিতাই কুকুৰা চৰায়ে ডাক দিয়াৰ সময়তে বিচনাৰ পৰা উঠে। মোকো লগতে উঠাই লৈ আহে। তেতিয়া প্ৰায় আন্ধাৰেই থাকে। উঠিয়েই ভোটেৰাৰ ঠাৰি বা এঙাৰেৰে মোক দাঁত ঘঁহিবলৈ দিয়ে, নিজেও ঘঁহে। তাৰ পিছত গা-পা ধুই নামঘৰত বহি প্ৰাৰ্থনা কৰে। ময়ো লগতে বহি থাকো। তাৰ পিছত ঘৰত থকা বন্ধা চাকৰ-বাকৰ বিলাকক কামৰ দিহা দিয়ে। এবাৰ গাৱঁলৈ গৈ মানুহৰ খা-খবৰ লৈ আহে। মেল দৰবাৰ থাকিলে যায়। মেলত পিতাই যি ৰায় দিছিল তাক সহজে কোনেও নেপেলাইছিল।

"ৰাতিপুৱা, দুপৰীয়া, আবেলি আৰু নিশা সকলো সময়তে খোৱা-লোৱাৰ আগতে গা-পা ধুই ঈশ্বৰ সেৱা কৰি লৈছিল। মাজে মাজে সত্ৰলৈ গৈ প্ৰসঙ্গও কৰিছিল। মোৰ এতিয়াও মনত আছে পিতাই প্ৰসঙ্গ কৰিবলৈ বহিলে ময়ো সৰু তাল এযোৰ বজাই ওচৰতে বহি থাকো। তাকে দেখি লগৰ লগৰীয়াবোৰে মোক হাঁহে। পিতাই কৈছিল, ঈশ্বৰৰ সেৱা কৰিলে নিজৰ মঙ্গল হয়, দহৰো মঙ্গল হয়। মই উত্তৰত লগৰীয়াবোৰক সেই কথাকে কওঁ। তথাপি সিহঁতে মোক ঠাট্টা কৰে।

শুৱালকুছিৰ প্ৰধান সত্ৰ হাটী সত্ৰলৈও পিতা প্ৰায়ে গৈছিল। তাত অধিকাৰৰ লগত ধৰ্মালোচনা কৰিছিল।

পিতাৰ সাজপাৰ আছিল গেৰোৱালৈ বৈ পৰা চুৰিয়া, গাত পাঞ্জাবী চোলা, মূৰত পাগুৰী। কান্ধৰপৰা ওলমি থাকে এটা মোনা। মোনাত থাকে তামোল-পাণ, লগতে দৰৱ-জাতি।



মানুহৰ অসুখ-বিসুখ হোৱা শুনিলে নিজে গৈ খবৰ লৈ মোনাৰপৰা দৰৱ-পাতি দিয়ে।"

দেউতাই নিজেই লিখি থৈ গৈছে—"পিতাৰ কথা মোৰ বেছি মনত নাই।" কিন্তু কথাবোৰ মনত নাথাকিলেও পিতাকৰ অভ্যাসৰ প্ৰভাৱ দেউতাৰ ওপৰত বাৰুকৈয়ে যে পৰিছিল দেউতাৰ দৈনন্দিন কামবোৰলৈ লক্ষ্য কৰিলে সহজেই বুজা যায়। আমি সৰুৰে পৰা দেখি আহিছো পুবে পোহৰ দেখা দিয়াৰ লগে লগে দেউতাই বিচনা এৰে। বিচনা এৰাৰ আগতেই ঈশ্বৰৰ নাম লয়। তাৰ পিছত প্ৰাতঃকৃত্য সমাপন কৰি গা ধুই (পুহ-মাঘ মাহৰ ঠেটুৱৈ ধৰা জাৰতো) নামঘৰত সোমাই ৰাতিপুৱাৰ প্ৰসঙ্গ কৰে। প্ৰসঙ্গৰ পিছত চাহ খাই কাৰ্জ্জন হল (এতিয়া নবীন বৰদলৈ হল) লাইব্ৰেৰী-লৈ ওলাই যায়। আমি সৰু থকাত দেউতা কাৰ্জ্জন হল লাইব্ৰেৰীৰ লাইব্ৰেৰীয়ান আছিল। ন মান বজাত লাইব্ৰেৰীৰ পৰা আহি অলপ জিৰণি লৈ ইটো সিটো কৰি গা ধোৱে। আকৌ নামঘৰলৈ যায়। ভাত খায়। সৰুৰে পৰা লক্ষ্য কৰি আহিছিলো, দুপৰীয়া ভাত খাই উঠি পাঁচ মিনিটৰ বাবে হলেও দেউতাই বিচনাত বাগৰ দিবই। টোপনি নাহে—টোপনি যাবলৈ সময়ো নাই। কেইমিনিট মান চকু মুদি পৰি থাকি স্কুললৈ ওলাই যায়। স্কুলৰ পৰা আহি কিছুপৰ জিৰণি লৈ আকৌ লাইব্ৰেৰী। ৰাতি ঘূৰি আহি আকৌ গা ধোৱে। ৰাতিৰ প্ৰসঙ্গ কৰে। ভাত খায়। ৰাতি ভাত খাই উঠি বাৰান্দাত খোজ কাঢ়ি ফুৰা অভ্যাসটো সদায়ে দেখি আহিছিলো। দহ বাজিলে আৰু অইন কোনো কথা নাই। বিচনালৈ যাবই।

স্কুল আৰু লাইব্ৰেৰীৰ কামৰ পৰা অৱসৰ লোৱাৰ পিছতো দেখিছো ঘড়ীৰ দৰে ঠিক সময়মতে কামবোৰ কৰি যায়। ৰাতিপুৱা লাইব্ৰেৰীলৈ যোৱাৰ পৰিৱৰ্ত্তে পঢ়া মেজত বহে। মানুহৰ লগত কথা-বতৰা পাতে। কাম থাকিলে ওলাই যায়। দুপৰীয়া বাৰ বজাৰ

লগে লগে ভাত খাই বিচনাত পৰে। ছুই বজাত উঠে। কিবা একাপ খাই লৈ আকৌ পঢ়া মেজত বহে। আবেলি খোজকাঢ়ি ফুৰে। ৰাতি হোৱাৰ লগে লগে ঘৰ সোমায়। কিবা একাপ খাই আকৌ পঢ়াৰ মেজত বহে, নহলে মানুহৰ লগত কথা-বতৰা পাতে।

দেউতা ঢুকোৱাৰ পিছত কটন কলেজৰ সংস্কৃতৰ অধ্যাপক শ্ৰীৰজনীকান্ত শৰ্ম্মাদেৱে কলেজৰ কমন ৰুমত বহি মোক এদিনাখন কৈছিল,—"তোমাৰ দেউতাৰাৰ সময়ৰ জ্ঞান আচৰিত ধৰণৰ আছিল। কোনো কাৰণতেই পৰাপক্ষত সময়ৰ লৰচৰ হবলৈ নিদিয়ে। তেখেতক এক নিৰ্দ্দিষ্ট ঠাইত দেখিলেই ঘড়ীলৈ নোচোৱাকৈয়ে গম পাইছিলো স্কুলৰ ঘণ্টা পৰিবৰ হল। ক্লাচৰ ঘণ্টা বজাৰ পিছত অকণো সময় ক্লাচত নাথাকে—অকণমান সময় দেৰী কৰিও ক্লাচলৈ নাযায়।" অধ্যাপক শৰ্ম্মা এসময়ত স্কুলত দেউতাৰ সহকৰ্ম্মী আছিল।

পানবজাৰৰ অসম অপ্‌টিকেললৈ এবাৰ সস্ত্ৰীক যাওঁতে সেই প্ৰতিষ্ঠানৰ শ্ৰীউপেন্দ্ৰলাল দত্তই মোৰ পৰিবাৰক কৈছিল—"এওঁৰ দেউতাকক তুমি নেদেখিলা। তেখেতে ঘড়ীৰ কাটা ধৰি চলিছিল। তেখেতে কেইবাবাৰো আমাৰ দোকানৰ আগেৰে অহা যোৱা কৰিব লাগে। প্ৰতিবাৰেই তেখেতে দোকানৰ আগেৰে যোৱা দেখিলেই আমি ঘড়ীলৈ নোচোৱাকৈয়ে জানিব পাৰো তেতিয়া কেইটা বাজিছে।"

পিতাকৰ কথা দেউতাৰ আৰু অলপ মনত আছে। বিশেষকৈ এদিনাখনৰ ঘটনা। এবাৰ বেহা-বেপাৰলৈ ওলাওঁতে পিতাকে দেউতাকো গুৱাহাটীলৈ লৈ আহিল। শুৱালকুছিৰ পৰা নাৱেৰে ঢোপৰ তলৰ হাটখোলা পাই তাতে পিতাকে কিবাকিবি বস্তু কিনিলে। লগতে এটা লাউ কিনিলে। লাউটো লবলৈ দিলে দেউতাক। দেউতাই লাউটো কিছুদূৰ কঢ়িয়াই নি ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। তেনে এটা লাউ দেউতাৰ বয়সৰ লৰাৰ কাৰণে দাঙি নিয়াটো একো টান কাম হব নোৱাৰে। কিন্তু দেউতাই



নোৱাৰিলে। তেতিয়া দেউতাৰ শৰীৰ বৰ নিশকতীয়া আছিল; কোনো টান কামকে কৰিব নোৱাৰিছিল।

লাউটো দাঙিব নোৱাৰা দেখি পিতাকে কৈছিল,—"বুজিছোঁ, তই টান কাম একোকে কৰিব নোৱাৰ। ঈশ্বৰে যেন তোক টান কামত নলগায়। তই লেখা-পঢ়া শিকি বিদ্বান হবলৈ যত্ন কৰ।"

সেইবাৰ গুৱাহাটীলৈ গৈ পিতাকে প্ৰথমেই দেউতাক কিছুমান কিতাপ, কাগজ, ফলি আদি কিনি দি কলে,—"ভগবানে যেন তোক এইবোৰকে লৈ থাকিবলৈ মতি দিয়ে, সুযোগ দিয়ে।" পিতাকৰ প্ৰাৰ্থনা বোধকৰো ভগবানে শুনিলে। দেউতাই গোটেই জীৱনটো পঢ়া-শুনা লৈয়ে থাকিল।

পিতাকৰ মৃত্যুৰ কথাও দেউতাৰ অলপ অচৰপ মনত আছে। দেউতা তেতিয়া খ-শ্ৰেণীত পঢ়ে। সেইবাৰ বেহা-বেপাৰ সামৰি উজনিৰ পৰা অহাৰে পৰা পিতাকৰ গা বৰ ভাল নহয়। প্ৰায়ে অসুখ হৈ থাকে। এবাৰ ভালদৰেই বিচনাত পৰিল। বেজ-কবিৰাজ লগোৱা হল। পিতাকে সেইবোৰ কৰিবলৈ বাধা দি ঘৰতে ডাঙৰকৈ নাম-কীৰ্ত্তন পাতিবলৈ কলে। পিতাকৰ অসুখৰ কথা শুনি সত্ৰবোৰতো নাম-কীৰ্ত্তন কৰা হল।

এদিনাখন হাটী সত্ৰৰ অধিকাৰ আৰু সাধু-সন্ত-মহন্তসকলক মাতি আনি সেৱা-সৎকাৰ কৰি তেখেতসকলৰ পৰা বিদায় মাগিলে। সাধু-মহন্তসকলৰ উপস্থিতিতে দেউতাক ওচৰলৈ মাতি নি সাধু-সকললৈ চাই কলে,—"ইয়াক মই একোকে দি যাব নোৱাৰিলো, শিকাই থৈ যাব নোৱাৰিলো। আপোনাসকল থাকিল, চাব। মই অইন একো কামনা নকৰো; মাত্ৰ ই যেন লিখা-পঢ়া শিকিব পাৰে। দহৰ বাবে ভাবে আৰু ধৰ্ম্মত যেন ইয়াৰ মতি হয়।" তাৰ পিছত দেউতালৈ চাই কলে,—"তই লিখা-পঢ়া শিকিবি। ডাঙৰক মান কৰিবি। কাৰো লগত কাজিয়া নকৰিবি। ঈশ্বৰক সদায় চিন্তা কৰিবি।"

সাধুসকলে বিদায় ললে। তাৰ পিছৰপৰাই পিতাকৰ অসুখ বেছি হৈ আহিল। শেষৰাতি দেউতাক বিচাৰিলে। দেউতাক ওচৰলৈ লৈ যোৱা হল। কিন্তু ইতিমধ্যে পিতাকৰ মাত-বোল বন্ধ হৈ আহিছে। দেউতাক কিবা কব খুজিছিল—নোৱাৰিলে। একেথৰে দেউতালৈ চাই ৰল। তাৰ পিছত অস্ফুট স্বৰে "কৃষ্ণ কৃষ্ণ" বুলি চকু মুদিলে।

তেতিয়া ভাদমাহ। ভৰ বাৰিষা। সেইবাৰ গুৱালকুছি গাওঁখনৰ বালি পানীৰ তলত। খৰি দিবৰ ঠাই নাই। শেষত ঠিক হল দেউতাহঁতৰ হাতীবন্ধা বাৰীৰ পাছফালে আমগছজোপাৰ তলতেই দাহ কৰা হব। পিতাকৰ শেষকৃত্য দেউতায়ে কৰিলে।

পিতাকৰ মৃত্যুৰ পিছতো দেউতাই আগৰদৰেই স্কুললৈ অহা-যোৱা কৰি থাকিল। স্কুল ৰাতিপুৱা বহে। ৰাতিপুৱা পঁইতা ভাত খাই স্কুললৈ যায়। স্কুলৰ মাচুল মাহে তিনি অনা। এনেকৈয়ে পঢ়ি ১৯০২ চনত দেউতাই প্ৰাইমাৰী পৰীক্ষা দিলে। পৰীক্ষা দিবলৈ গুৱাহাটীলৈ আহিবলগীয়া হল। তেতিয়া কটন কলেজৰ ঘৰ সজা হৈছে মাথোন। সেই ঘৰতে পৰীক্ষা হৈছিল।

পৰীক্ষা দি দেউতা গাৱঁলৈ ঘূৰি গল। গুৱাহাটীত দেউতাই খুৰাক সোণাৰাম ৰাজমেধিৰ পুত্ৰ জ্যোতিষচন্দ্ৰ দাসৰ ঘনিষ্ঠ সংস্পৰ্শলৈ আহিল। তেওঁ দেউতাক উপদেশ দিলে পৰীক্ষা দি ঘৰত এনেয়ে বহি থকাতকৈ ইংৰাজী শিকিবলৈ। সেইমতে কৃষ্ণৰাম দাস উকীলৰ ওচৰত দেউতাই ইংৰাজী শিকিবলৈ ললে। এই বিষয়ে দেউতাই নিজেই লিখি থৈ গৈছে—"মোৰ এতিয়াও এটা কথা মনত আছে। সোণাৰাম খুৰাদেৱে মই ইংৰাজী পঢ়া শুনি মাজে মাজে মোক ইংৰাজীত কথা সোধে। এদিন Knowledge শব্দটোৰ বানান কব নোৱাৰি বৰ লাজ পাওঁ। সেইদিনাৰ পৰা মই মনে মনে ঠিক কৰিলো যে পাঁচোটা পাঁচোটা শব্দৰ বানান নিতৌ মুখস্থ কৰিম। তেতিয়াৰ দিনত Spelling Book বুলি এখন কিতাপ আছিল। সেইখন কিতাপ মুখস্থ কৰি পেলাইছিলো।"



পৰীক্ষাৰ ফলাফল ওলাল। দেউতা ভালদৰেই উত্তীৰ্ণ হল। মাহে তিনিটকাকৈ বৃত্তিও পালে! এতিয়া পঢ়াৰ মন হাইস্কুলত। গুৱাহাটীত পঢ়িব লাগে। সোণাৰাম খুৰাকে বৰ ইচ্ছা কৰা নাছিল—দেউতাক পঢ়ুৱাবলৈ। দেউতা জ্যোতিষ দাদাকৰ শৰণাপন্ন হল। তেওঁ পিতাকক খুবকৈ বুজালে। তেওঁৰ কথামতেই খুৰাকে দেউতাক পঢ়াবলৈ মান্তি হল।

সেই অনুসৰি দেউতা গুৱাহাটী পালেহি। দিন-বাৰ চাই এদিন জ্যোতিষ দাদাকৰ লগত সোণাৰাম স্কুললৈ গল। তেতিয়া স্কুলৰ হেডমাষ্টৰ আছিল বাবু বিপিনবিহাৰী চক্ৰৱৰ্ত্তী। হেডমাষ্টৰে দেউতাৰ পৰীক্ষা ললে। পৰীক্ষাত ভাল কৰা দেখি পঞ্চম শ্ৰেণীত নাম লগাবলৈ অনুমতি দি কলে,—"এওঁৰ বুদ্ধি আছে। এওঁ পণ্ডিত হব।" তাকে শুনি দাদাকে কলে,—"তেনেহলে আমি এওঁক পণ্ডিত বুলি মাতিম।" তেতিয়াৰপৰা ডঃ জ্যোতিষচন্দ্ৰ দাসে দেউতাক সদায় পণ্ডিত বুলি মাতিছিল। কেতিয়াবা আমাৰ ঘৰলৈ আহিলে বাহিৰৰপৰাই পণ্ডিত পণ্ডিত বুলি চিঞৰি আহে।

গুৱাহাটী পাই দেউতাই ভালদৰে পঢ়াত মনোনিবেশ কৰে। ভাল ছাত্ৰ বুলি পৰিগণিত হয়। বছেৰেকীয়া পৰীক্ষাত প্ৰথম হৈ উত্তীৰ্ণ হয়। পঢ়াৰ লগতে আন আন কামতো মন দিয়ে। সেই সময়ত গুৱাহাটীৰ উজানবজাৰত একতা সভা এখন গঠিত হয়। দেউতাও তাৰ সভ্য হয়। সময়ে সময়ে ৰচনা পাঠ কৰে।

এই সময়ত স্বামী বিবেকানন্দ গুৱাহাটীলৈ আহে। স্বামীজীৰ আগমনত গুৱাহাটীত ৰাজহুৱা সভাৰ আয়োজন কৰে। সভালৈ দেউতাও গৈছিল। দেউতাৰ বয়স তেতিয়া বেছি নহয়। স্বামীজীৰ বক্তৃতা ভালদৰে বুজিব পৰা হোৱা নাই। কিন্তু স্বামীজীৰ এযাৰ কথা দেউতাৰ চিৰদিনলৈ মনত থাকি গৈছিল। স্বামীজীয়ে

কৈছিল—'বলম বলম বাহু বলম।' নিজৰ বাহুবলেই পৰম বল। নিজৰ বাহুবল থাকিলে বাহিৰৰ হাজাৰ বলেও একো কৰিব নোৱাৰে। দেউতাই প্ৰায়ে এইবাৰ কথা কোৱা শুনিছিলো।

আৰু এবাৰ কথাই দেউতাৰ মনত দাগ কাটি ৰৈছিল। কথাষাৰ দেশভক্ত তৰুণৰাম ফুকনদেৱৰ। ফুকন ডাঙৰীয়া তেতিয়া বিলাতৰ পৰা আহি পাইছে। তেখেতক সম্বৰ্দ্ধনা জনাবলৈ সোণাৰাম স্কুল ঘৰত সভা এখন বহিছিল। সেই সভাতে বক্তৃতা প্ৰসঙ্গত ফুকনদেৱে কৈছিল,—"অন্তৰত স্বাধীনভাৱ পোষণ কৰিলে মানুহ ডাঙৰ হব পাৰে।"

দেউতা তেতিয়া তৃতীয় শ্ৰেণীত। শ্ৰীশঙ্কৰদেৱৰ তিথিত একতা সভাৰ তৰফৰপৰা সভা এখন বহে। সভাত সভাপতিত্ব কৰে তৰুণৰাম ফুকনদেৱে। সেই সভাত দেউতাই ৰচনা এখন পাঠ কৰে। সকলোৱে ৰচনাখনৰ উচ্চ প্ৰশংসা কৰে। ফুকনদেৱেও ৰচনাখনৰ কথা বিশেষভাবে কয়। দেউতাই লিখিছে,—"এই ৰচনাখনেই সাহিত্যৰ প্ৰতি অনুৰাগ জন্মাৰ মূল কাৰণ।" ৰচনাখনৰ মূল ভাৱ আৰু কথা লোৱা হৈছিল খুৰাক সোণাৰাম উকীল আৰু বৰপেটাৰ সন্তনাৰায়ণ দাসৰপৰা।

সেই সময়ত সোণাৰাম স্কুলত সপ্তাহে সপ্তাহে ছাত্ৰসকলৰ আলোচনা সভা বহিছিল। সভাপতি আছিল হেডমাষ্টৰ বিপিনবিহাৰী চক্ৰৱৰ্ত্তী। দেউতা আছিল সম্পাদক। তেতিয়াৰ পৰা মৃত্যুৰ আগ-মুহূৰ্ত্তলৈকে দেউতাই যে কিমান অনুষ্ঠানৰ সম্পাদক হৈছিল তাৰ লেখজোখ নাই।

কলেজিয়েট হাইস্কুল গৱৰ্ণমেণ্ট হাইস্কুল। তাত সোণাৰামতকৈ পঢ়াশুনা ভাল হয়। গতিকে দেউতাৰ ইচ্ছা তালৈ যোৱাৰ। কথাটো খুৰাকক কওঁ কওঁ বুলিও কব নোৱাৰে। কাৰণ সোণাৰাম স্কুলত দেউতাই মাচুল দিব নালাগে। গৱৰ্ণমেণ্ট স্কুললৈ গলে মাচুল লাগিব। সেইকথা খুৰাকক কেনেকৈ কয়! এবাৰ ভাবিলে



মাচুল নিজৰ বৃত্তিৰ টকাৰে দিব। আকৌ ভাবে, বৃত্তিৰ টকা যদি মাচুল দিওঁতেই যায় আন খৰচ ক'ৰপৰা ওলাব। বহুত ভাবি-চিন্তি একো উপায় নেদেখি জ্যোতিষ দাদাকৰ শৰণাপন্ন হল। নিজৰ মনৰ কথা তেওঁৰ আগত ব্যক্ত কৰিলে। এইজন দাদাকে দেউতাক বৰ মৰম কৰিছিল। দেউতাৰ বৰ শুভাকাঙ্ক্ষী আছিল। দেউতাৰ জীৱনটো গঢ় লোৱাত এখেতৰ অৰিহণা মনত ৰাখিবলগীয়া।

জ্যোতিষ দাদাকে পিতাকক কৈ দেউতাক কলেজিয়েট স্কুললৈ লৈ আহিল। চেকেণ্ড ক্লাছত ভৰ্ত্তি কৰাই দিলে। নতুন স্কুল পাই দেউতাই নতুন উদ্যমেৰে পঢ়াশুনাত লাগিল। লগতে নতুন নতুন সভা-সমিতিতো যোগ দিবলৈ ধৰিলে। এনেকৈয়ে চাওঁতে চাওঁতে মেট্ৰিক পৰীক্ষা আহি পালে। ভালে ভালে পৰীক্ষাও দিলে।

খুৰাকৰ একমাত্ৰ জীয়েক প্ৰমীলাবালাক বিয়া দিছিল তাৰিণীচৰণ চৌধুৰীলৈ। এই তাৰিণীচৰণৰ নামেৰেই গুৱাহাটীৰ টি চি গাৰ্লছ হাইস্কুল। তেওঁলোক তেতিয়া বৰপেটাত থাকে। প্ৰমীলা শহুৰেকৰ ঘৰলৈ যাবলৈ ওলোৱাত পৰীক্ষাৰ পিছৰ দিনকেইটা কটাই আহিবলৈ বুলি দেউতাও লগতে ওলাল। তেতিয়া আজিকালিৰ দৰে যানবাহনৰ সুচল নাছিল। দেউতাহঁতে গুৱাহাটীৰ পৰা জাহাজেৰে খোলাবন্ধালৈ গল। তাৰপৰা গৰুগাড়ীৰে গৈ বৰপেটা পালে।

প্ৰমীলাবালাৰ শহুৰেক নাজিৰ আছিল। দেউতাহঁত যোৱা সময়ত তেওঁ অৱসৰ লৈ ঘৰতে বহি আছিল। দেউতা তেনেকৈ যোৱাত তেওঁ ভালেই পালে। দেউতাক নিজে লগত লৈ বৰপেটাৰ সত্ৰ দেখুৱালে। তেওঁ প্ৰায় নিতৌ প্ৰসঙ্গলৈ যায়। দেউতাকো লগতে লৈ যায়। মায়াৰাম মহন্ত আৰু পিতাক ললিতমোহনে দেউতাৰ মনত সিঁচি দিয়া ধৰ্ম্মৰ বীজে ইয়াতে গজালি মেলিবলৈ আৰম্ভ কৰে।

নাজিৰৰ সহায়ত দেউতা এজন বিশিষ্ট কেৱলীয়া ভকতৰ লগত ঘনিষ্ঠ হল। এই ভকতজনৰ নিৰ্দ্দেশ মতেই দেউতাই কেইবাখনো

সাঁচিপতীয়া পুথি পঢ়ে। পঢ়াৰ লগে লগে সাৰ কথাবোৰৰ টোকাও লিখি যায়।

এইদৰে বৰপেটাত থকা দিনকেইটা এনেয়ে অতিবাহিত নকৰি পুথি পঢ়ি জ্ঞান সঞ্চয় কৰে। সৰুৰে পৰা সদায়ে লক্ষ্য কৰিছো দেউতাই কেতিয়াও অবাবত সময় নষ্ট নকৰে। সময় পালেই কিবা নহয় কিবা এটা কৰি থাকে।

বৰপেটাত থাকোতেই দেউতাই তাঁৰযোগে খবৰ পালে প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিছে। খবৰটো পাই দেউতাৰ ৰং চায় কোনে ? যিমান সোনকালে পাৰে গুৱাহাটীলৈ গুচি আহিল। জ্যোতিষ দাদাকৰ মনতো অপাৰ আনন্দ। তেওঁ দেউতাক সাৱট মাৰি ধৰিলে।

সেইদিনাই আবেলি দেউতা উজানবজাৰ পালেগৈ। তাত থাকে জ্যোতিষ দাদাকৰ মোমায়েক সভাৰাম। দেউতায়ো এওঁক মামা জ্ঞান কৰে। এওঁ দেউতাৰ বৰ হিতাকাঙ্ক্ষী। মেট্ৰিক পৰীক্ষাৰ খবৰ এওঁক এনেকৈ বিশেষভাবে দিয়াৰ কাৰণ এটা আছিল। বাছনি পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত পৰীক্ষাৰ মাচুল দিবলগীয়া হল। মাচুল ১৫৲ টকা। সেই সময়ত সোণাৰাম খুৰাক গুৱালকুছিত। টকাখিনি কোনে দিব! খুৰাক আহিব আহিব বুলি বৈ থাকোঁতে মাচুল দিয়াৰ শেষ দিন পালে। বহু ঠাইত চেষ্টা কৰিলে ১৫ টা টকা যোগাৰ কৰিবলৈ। কিন্তু কোনোমতে যোগাৰ নহল। কোনেও দিব নোখোজে। শেষত গৈ সভাৰাম মোমায়েকৰ ওচৰ চাপিল। তেওঁ ৰংমনেই টকাখিনি দিলে। সেইদিনা সেই ১৫৲ টকা নোপোৱা হলে সেইবাৰলৈ দেউতাৰ পৰীক্ষা দিয়া নহলহেতেন।

এনেকৈ টকা বিচাৰি হাবাথুৰি খোৱাৰ কথা দেউতাৰ নিশ্চয় সদায়ে মনত আছিল। সেইকাৰণে পৰীক্ষা দিবলৈ দেউতাৰ ওচৰত টকা বিচাৰি কোনেও কেতিয়াও হতাশ নহৈছিল। বৰ কষ্টৰ



মাজেৰে দেউতাই নিজৰ পঢ়াশুনা শেষ কৰিছিল। সেইকাৰণে পিছলৈ দেউতাই সদায়ে পঢ়াশুনা কৰিবলৈ আৰ্থিক সাহায্যৰে আনক উদ্‌গণি দিছিল।

স্কুলৰ তৃতীয় শ্ৰেণীত পঢ়ি থাকোতেই দেউতাৰ খুৰীয়েক ঢুকায়। ইমানদিনে খুৰাকৰ ভাত-পানী ৰান্ধি দিছিল খুৰীয়েকে। খুৰীয়েক ঢুকুৱাৰ পিছত খুৰাকে আনৰ হাতে খাবলৈ এৰিলে। দুবেলা দুসাজ নিজেই খাবলৈ ধৰিলে। দুবেলা নিজে ৰান্ধি-বাঢ়ি খাই কাছাৰী কৰাত বৰ অসুবিধা। সেইকাৰণে দুপৰীয়াৰ সাজ দেউতাই ৰান্ধিবলৈ ললে। দেউতাই খুৰাকৰ ভাতপানী ৰান্ধি-বাঢ়ি দিয়ে। কিন্তু নিজে খায় সকলোৰে লগত ঘৰৰ পাগত। ভাত ৰন্ধাৰ উপৰিও ঘৰখনৰ বজাৰ হাট দেউতায়ে কৰি দিব লগীয়াত পৰিছিল। দুবেলা বজাৰ কৰা আৰু এবেলা ভাতৰন্ধা কাম স্কুলত পঢ়া দিনৰে পৰা কলেজীয়া জীৱনলৈ নিয়মিতভাবে কৰিছিল।

মেট্ৰিক পাছ কৰি দেউতা কটন কলেজত ভৰ্ত্তি হল। বিষয় ললে লজিক, সংস্কৃত, কেমিষ্ট্ৰী, ইংৰাজী আৰু অসমীয়া। কলেজত পঢ়া সময়তে বহুতো ছাত্ৰৰ লগত দেউতাৰ পৰিচয় ঘটে। কিছু-মানৰ লগত বন্ধুত্বও হয়। সেই সকলৰ ভিতৰত আছিল অম্বিকা-প্ৰসাদ গোস্বামী, কুমুদেশ্বৰ বৰঠাকুৰ, ৰাজেন্দ্ৰলাল বৰুৱা, গোলাপচন্দ্ৰ বৰুৱা, গণেশচন্দ্ৰ বৰদলৈ, সৰ্ব্বেশ্বৰ কটকী, হেৰম্বপ্ৰসাদ বৰুৱা, হয়দুৰ ৰহমান, ৰমেশচন্দ্ৰ দাস, কামেশ্বৰ দাস, বাণীকান্ত কাকতি আদি। বঙালী লৰাৰ লগতো দেউতাৰ বন্ধুত্ব গঢ়ি উঠে। পবিত্ৰকুমাৰ গুপ্ত, প্ৰফুল্লশঙ্কৰ গুহ, ধীৰেন্দ্ৰলাল দাস, যোগেশ্বৰ চট্টোপাধ্যায় আদি।

কলেজত পঢ়া সময়তো দেউতা নানান অনুষ্ঠানৰ লগত জড়িত আছিল। শঙ্কৰদেৱ, মাধৱদেৱ আদি গুৰুসকলৰ তিথি উপলক্ষে পতা ধৰ্ম্মালোচনী সভাবোৰত সদায়ে যোগ দিছিল। ৰচনা আদিও পাঠ কৰিছিল।

আই-এ পৰীক্ষা দি দেউতা সোণাৰাম হাইস্কুলত সোমাল শিক্ষক হিচাপে। কিয়নো সেই সময়ত দেউতাৰ অলপ টকাৰ টনাটনি হয়। টকাৰ টান অৱশ্যে সদায়ে আছিল। এই সময়তে ১৯১৪ চনত দেউতাহঁতৰ একান্নৱৰ্ত্তী পৰিয়াল ভাগ ভাগ হল। দেউতাৰ পিতাকৰ ভাই-ককাই সাতজন। সেই অনুযায়ী বিভাগৰ ফলত এঘৰ মানুহ সাতঘৰ হল। বেলেগ হওঁতে দেউতাই নিজৰ ভাগত নগদ টকা এটাও নাপালে। বস্তী মাটি, ধানৰ মাটি কিছু পালে।

এই সময়তে দেউতা নাৱেৰে মাজুলীলৈ যায়। আগতেই কৈ অহা হৈছে গুৱালকুছিৰ বেছিভাগ মানুহেই ব্যৱসায়ী। তেওঁলোকৰ এটা প্ৰধান ব্যৱসায় হৈছে নাৱেৰে মাজুলীলৈ উজাই গৈ বেহা-বেপাৰ কৰা।

সুবিধা বুজি দেউতাও ওলাল বেপাৰী নাৱেৰে মাজুলীলৈ। উদ্দেশ্য ফুৰা। লগতে মাজুলীৰ সত্ৰবোৰ চোৱা। নাৱেৰে উজাই যাব লাগে। যাওঁতে প্ৰায় চব্বিশ সাতাইশ দিনমান লাগিল।

মাজুলীলৈ ওলোৱা শুনি কটন কলেজৰ সংস্কৃতৰ অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়ে কলে,—"তুমি বহুত অৱসৰ সময় পাবা। এই সুযোগতে টলষ্টয়ৰ গল্পকেইটামান অসমীয়ালৈ অনুবাদ কৰি পেলোৱা।" এই বুলি তেখেতে কেইটামান গল্প বাচি দিলে। অধ্যাপক চট্টোপাধ্যায়ৰ কথামতে সেই গল্পকেইটা অসমীয়ালৈ অনুবাদ কৰিলে।

স্কুল-কলেজত পঢ়া দিনতে শ্ৰীশ্ৰীশঙ্কৰ-মাধৱৰ চৰিতৰ নানান কথা দেউতাই টোকা আকাৰে লিখি থৈছিল। কমলাবাৰীৰ সত্ৰাধিকাৰ সকলৰ লগত সেই টোকাবোৰৰ বিষয়ে বিশদ আলোচনা কৰি বহলাই লিখি থলে। এইদৰে মাজুলীলৈ গৈ সত্ৰবোৰ চোৱা আৰু ফুৰাৰ লগতে দেউতাৰ দুটা ভাল কাম হল—আলোচনা কৰি টোকা লিখা আৰু টলষ্টয়ৰ সাধুৰ অসমীয়া ভাঙনি কৰা।



তাৰে পাঁচোটা গল্প পিছত 'পঞ্চতীৰ্থ' নামে কিতাপ আকাৰে প্ৰকাশিত হয়।

কমলাবাৰীত থাকোঁতেই দেউতাই খবৰ পালে দ্বিতীয় বিভাগত আই-এ পৰীক্ষাত উত্তীৰ্ণ হোৱা বুলি। খবৰ পাই দেউতা গুৱাহাটীলৈ উভতিল। এইবাৰ জাহাজেৰে ৰাওণা হল।

গুৱাহাটী পাই আকৌ সেই টকাৰ চিন্তা—বি-এ পঢ়ে কিহেৰে? এতিয়া সকলো বেলেগ বেলেগ হৈছে। কোনে কাক চাব? বেলেগ হবৰ সময়ত দেউতাই খুৰাকক কৈছিল,—"মোক বি-এলৈকে পঢ়ুৱাব লাগিব। তেতিয়াহে মই বিভাগ পত্ৰত চহী কৰিম—নহলে নকৰো। মোক অইন আৰু একো নালাগে।" এইদৰে জোৰ কৰি কোৱাত খুৰাকে সন্মতি দিছিল বি-এলৈকে পঢ়াৰ খৰচ-পাতি দিবলৈ।

দেউতাই এই কথা সোঁৱৰাই দি খুৰাকক কলে—"আই-এ পাছ কৰিলো। এইবাৰ বি-এ পঢ়িব খোজো।" খুৰাকে নিজৰ কথা ৰাখিলে। বি-এ শ্ৰেণীত নাম লিখিবলৈ কলে। খৰচ-পাতিৰ দায়িত্ব তেৱেঁই ললে।

সেই মতে ১৯১৪ চনৰ জুলাই মাহত দেউতা বি-এ মহলাত ভৰ্ত্তি হল। বিষয়বোৰ ললে—ইংৰাজী, অসমীয়া, দৰ্শন আৰু সংস্কৃত। এইবাৰ দেউতাই পঢ়াতকৈ বেছি মনোযোগ দিলে বাহিৰা কামৰ প্ৰতি। একতা সভা, এ-এচ-এল ক্লাব, বিতৰ্ক সভা আদিত যোগ দি ফুৰিবলৈ ধৰিলে।

এনে সময়তে এদিনাখন অম্বিকানাথ বৰাই দেউতাক কলে,—"আপুনি শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধৱদেৱৰ বিষয়ে বহুত কথা লিখিছে। সেইবোৰ গোটাই কিতাপ এখন কৰিব পাৰে দেখোন। কিতাপখন যুগুত কৰি ছপা কৰাৰ আগতে শ্ৰীযুত ৰঘুনাথ চৌধাৰীদেৱক এবাৰ দেখুৱালে বেয়া নহয়।"

ইয়াৰ আগতে দেউতাই কিতাপ লিখাৰ কথা কেতিয়াও ভবা

নাছিল। ৰবাদেৰে তেনেকৈ কোৰাত মনত বৰ উৎসাহ পালে। প্ৰবন্ধ-পাতিবোৰ গোটাই কিতাপ আকাৰে লিখি উলিয়ালে। তাৰ পিছত এদিন বিহগী কবি ৰঘুনাথ চৌধাৰীদেৱৰ ওচৰ পালে। চৌধাৰীদেৱৰ লগত দেউতাৰ এয়ে প্ৰথম সাক্ষাৎ। চৌধাৰীদেৱে বৰ মনোযোগ দি কিতাপখন পঢ়ি চালে। তেখেতে শ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীমাধবদেৱৰ লগতে অসমৰ আন আন বৈষ্ণৱ ধৰ্ম্ম-প্ৰচাৰক সকলৰ জীৱনীও যোগ কৰি মহাপুৰুষ নাম দি কিতাপখন উলিয়াবলৈ উদ্গণি দিলে।

তৃতীয় বাৰ্ষিকত পঢ়ি থাকোঁতেই বঙ্গদেশৰ বৰ্দ্ধমানত বঙ্গীয় সাহিত্য পৰিষদৰ সভা বহে। এই পৰিষদৰ এজন অন্যতম সদস্য দেউতাহঁতৰ সংস্কৃতৰ অধ্যাপক পদ্মনাথ বিদ্যাবিনোদ। তেখেত নিজে বৰ্দ্ধমানলৈ যোৱাৰ উপৰিও লগতে কেইজনমান অসমীয়া ছাত্ৰ লৈ যাবলৈ ঠিক কৰিলে। ছাত্ৰকেইজনৰ ভিতৰত দেউতাও এজন। আন চাৰিজনৰ ভিতৰত সৰ্ব্বেশ্বৰ কটকী আৰু সিদ্ধিনাথ শৰ্ম্মা। আটায়ে গৈ বৰ্দ্ধমান পালে। সাহিত্য সভাত যোগ দিলে। সাহিত্য-ক্ষেত্ৰত এনে বিৰাট আয়োজন দেখা দেউতাৰ এয়ে প্ৰথম।

বৰ্দ্ধমানৰ পৰা দেউতাহঁত গল কলিকতালৈ। দেউতাই ঘৰৰ পৰা যাওঁতে হাতেলিখা পুথি মহাপুৰুষখন লগত লৈ গৈছিল। কলিকতা পাই প্ৰেছ এটাৰ লগত বন্দোবস্ত কৰি আহিল ছপা কৰাৰ। মহাপুৰুষেই দেউতাই লিখা প্ৰথম কিতাপ, ১৯১৫ চনত ছপা হৈ ওলায়। কিতাপখনৰ প্ৰুফ আদি চাই সময়ে সময়ে উপদেশ দি ৰঘুনাথ চৌধাৰীদেৱে বিশেষ ভাবে সাহায্য কৰিছিল। সেই কাৰণে দেউতা তেখেতৰ ওচৰত কৃতজ্ঞ।

তৃতীয় বাৰ্ষিকত থাকোঁতেই দেউতা এবাৰ কোচবিহাৰৰ মধুপুৰ থানলৈ যায়। ইয়াৰ পিছত দেউতা কেইবাবাৰো মধুপুৰলৈ গৈছে। মৃত্যুৰ আগলৈকে দেউতা মধুপুৰ ধাম পুনৰ নিৰ্ম্মাণ কৰিবলৈ গঠন কৰা কমিটী এটাৰ সম্পাদক আছিল। এই অনুষ্ঠানৰ কাৰণে



দেউতাই দেহেকেহে খটা আমি দেখিছোঁ। মধুপুৰ পুনৰ নিৰ্ম্মাণ কৰা হল ; কিন্তু দেউতাই দেখা নাপালে।

এইদৰে বি-এ পঢ়া দিনকেইটাত দেউতাই পঢ়া-শুনাতকৈ ঘূৰি-পকি ঠাই চোৱা, প্ৰবন্ধ-পাতি আদি লিখাতহে বেছি মন দিয়া যেন লাগে। দেউতাই নিজেই স্বীকাৰ কৰি থৈ গৈছে,—“কিতাপ-পত্ৰ লিখা, প্ৰবন্ধ-পাতি লিখা, সভা-সমিতিত যোগ দিয়া মোৰ প্ৰধান কাম হৈ উঠিল।” ফলত বি-এ পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে। দেউতাই লিখিছে,—“বাহিৰা চিন্তাত পৰি মোৰ পঢ়াত ব্যাঘাট হোৱাত পৰীক্ষা পাছ কৰিব নোৱাৰিলো। আৰু এটা ঘটনা হয়। মোৰ বিমাতা-ভাই শ্ৰীমান উপেন্দ্ৰই মোৰ কথা নামানি এজনী ছোৱালীক বিয়া কৰায়। মনৰ বেজাৰত মই তাৰ বিয়াকে চাবলৈ নগলো। ইও এক অশান্তিৰ কাৰণ।”

এবাৰ বি-এ ফেল কৰা দেখি খুৰাকে দেউতাক দ্বিতীয়বাৰ পঢ়াবলৈ ইচ্ছা নকৰিলে। দেউতায়ো জোৰ কৰি একো কব নোৱাৰে। খুৰাকে নিজৰ কথা ৰাখি দেউতাক বি-এ লৈকে পঢ়ালে। দেউতাই যদি পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰে দোষ কাৰ? খুৰাকে কিয় বাৰে বাৰে পঢ়াই থাকিব? দেউতা বিমোৰত পৰিল। ইফালে ফেল হোৱাৰ লাজতে কটন কলেজত ছুনাই পঢ়িবৰ মনও নোহোৱা হল।

অৱশেষত ঠিক কৰিলে কলিকতালৈ গৈ বি-এ পঢ়িব। কলিকতালৈ যাবলৈ মন মেলিলে সঁচা, কিন্তু টকা পায় ক'ত? হাতত যে এটা পইচাও নাই। আত্মীয়-স্বজনেও নিদিয়ে। ধাৰলৈও নাপায়। শেষত বহুত চেষ্টাৰ ফলত লতাশিল কো-অপাৰেটিভ বেঙ্কৰ পৰা তিনিশ টকা ধাৰলৈ পালে। টকাখিনি বেঙ্কৰ পৰা উলিয়াই খুৰাকৰ বৰপুতেক গৰ্গৰাম দাসৰ হাতত নি জমা দিলে। ঠিক হল তেওঁ মাহে মাহে দেউতালৈ নিয়মিত ভাবে টকা পঠাই থাকিব।

এই ব্যৱস্থা কৰি দেউতা কলিকতা পালেগৈ। তাত বিদ্যাসাগৰ কলেজত নাম লগালে। থাকিবলৈ ললে কৰ্ণৱালিচ ষ্ট্ৰীটৰ মেচ এটাত। এই সময়ত দেউতাৰ পুৰণি বন্ধু যোগেশ্বৰ চট্টোপাধ্যায়ো এম-এছ-চি পঢ়িবলৈ কলিকতালৈ আহে। পুৰণি বন্ধুক পাই দেউতাই ভালেই পালে। এওঁৰ জৰিয়তে বিজয়বসন্ত বসাক নামৰ এক ভদ্ৰলোকৰ পৰিয়ালৰ লগত দেউতা বৰ ঘনিষ্ঠ হৈ উঠে। এওঁলোকক পাই দেউতাৰ কলিকতীয়া দিনবোৰ ভালেই কাটিছিল। এই একে মেচতে ভৱতাৰণ দাসো আছিল। তেওঁ বি-এৰ ছাত্ৰ। তেওঁৰ লগতো দেউতাৰ ভাল পৰিচয় ঘটে।

কলিকতাৰ দিনকেইটা চাওঁতে চাওঁতে শেষ হল। বি-এ পৰীক্ষা দি গুৱাহাটীলৈ উভতিল। ঘৰ পাই আকৌ সেই চিন্তা—অৰ্থ চিন্তা। পৰীক্ষাৰ ফল ওলাবলৈ তেতিয়াও তিনি মাহ বাকী। গতিকে সোণাৰাম স্কুলত কাম খালি থকা খবৰ পাই তাতেই শিক্ষকতা কৰিবলৈ ললে।

সৰুৰে পৰাই দেউতাই মনতে ঠিক কৰি থৈছিল ডাঙৰ হলে শিক্ষক হব বুলি। সেইকাৰণে দেউতাই অইন কামৰ কাৰণে তেনে চেষ্টা কৰা নাছিল। এনে এক আদৰ্শ সমুখত থকাৰ কাৰণেই দেউতাই এজন ভাল শিক্ষক বুলি নিজকে সুপ্ৰতিষ্ঠিত কৰি থৈ যাব পাৰিলে।

সোণাৰাম হাইস্কুলত কাম কৰি থাকিও দেউতাৰ সেই একে অৰ্থ চিন্তা। বেঙ্কৰ তিনিশ টকা ধাৰ মাৰিব লাগে। দেউতাৰ ইচ্ছা গুৱাহাটীতে নিগাজীকৈ থকা। থাকিবলৈ এড়োখৰ মাটি লাগে। এই সময়তে এটা সুযোগ মিলিল। টকাৰ দৰকাৰ হোৱাত সোণাৰাম খুৰাকে পানবজাৰৰ মাটি এড়োখৰ বেচিবলৈ ওলাল। কেইবাজনো গ্ৰাহক ওলাল। দেউতায়ো ভয়ে ভয়ে গৈ খুৰাকৰ ওচৰ পালে। কলে,—"মোকো অলপ মাটি দিয়ক। মই কিনিম।" দেউতাৰ কথা শুনি খুৰাকে অলপপৰ দেউতালৈ চাই ৰল। তাৰ পিছত হাঁহি



মাৰি কথাটো উৰাই দি কলে,—"মাটি কিনিবলৈ তই টকা পাবি ক'ৰ পৰা? মোৰ টকাৰ বৰ দৰকাৰ। অতি সোনকালেই মাটিবোৰ বেচিম।" দেউতাই খুৰাকক কাকুতি মিনতি কৰি তিনিদিন সময় লৈ গুৱালকুছি পালেগৈ। তাৰে এজনৰ পৰা আঢ়েশ আৰু এজনৰ পৰা ডেৰশ টকা হেণ্ডনোট লিখি দি ধাৰ কৰি লৈ আহিল। চাকৰি কৰি দৰমহাও কিছু পাইছিল। সেই টকাও যোগ দিলে। তাৰে এক কঠা দহলেচা মাটি দেউতাই খুৰাকৰ পৰা কিনিলে। নিজৰ মাটি কিনি দেউতাৰ অপাৰ আনন্দ। গুৱাহাটীত থাকিবলৈ অন্ততঃ মাটি এড়োখৰ হল।

সময়ত বি-এ পৰীক্ষাৰ ফলাফল ওলাল। দুখৰ বিষয় এইবাৰো দেউতাই পৰীক্ষাত উত্তীৰ্ণ হব নোৱাৰিলে। এতিয়াহে দেউতাৰ মূৰত বজ্ৰাঘাত হোৱা যেন হল। নানান ভাবনা-চিন্তাই আগুৰি ধৰিলে। শেহত ঠিক কৰিলে যে আকৌ পঢ়িব। এইবাৰ কটন কলেজতে পঢ়িব। এই বুলি আকৌ কটন কলেজত নাম লগালে।

সোণাৰাম স্কুলত কাম কৰি থাকোঁতেই স্কুল পৰিদৰ্শকৰ অফিচতো দৰ্খাস্ত এখন দি থৈছিল—যদি কেনেবাকৈ স্কুলত চাকৰি পায়। দেউতাই কলেজত নাম লিখিলে জুলাই মাহত। আগষ্ট মাহত খবৰ আহিল যে ডিব্ৰুগড়ৰ হাইস্কুলত শিক্ষকৰ কাম পাইছে।

আকৌ দেউতা দোমোজাত পৰিল। চাকৰি কৰে নে বি-এ পঢ়ে। টকাৰো বৰ টান। বি-এ পঢ়াৰ খৰচ দিবলৈও হাতত টকা নাই। অৱশেষত চাকৰি কৰাটোকে ঠিক কৰি ডিব্ৰুগড় অভিমুখে যাওনা হল।

ডিব্ৰুগড়ত তেতিয়া হেডমাষ্টৰ প্ৰফুল্ল চট্টোপাধ্যায়। দেউতাৰ সহকৰ্ম্মীসকলৰ ভিতৰত হল মৌলবী চাইফুদ্দিন আহমদ, মুক্তানাথ কাঠবৰুৱা, ভুবনচন্দ্ৰ গাঙ্গুলী, আদ্যনাথ শৰ্ম্মা আদি।

ডিব্ৰুগড়লৈ গৈ অ'ত সাত দিন ত'ত দহদিন এনেকৈ থাকি শেহত এঘৰ বঙালী মানুহৰ ঘৰত থাকিবলৈ ললে। ঠিক হল

দেউতাই বঙালী মানুহজনৰ ল'ৰা ছুটিক পঢ়াব। তাৰ বিনিময়ত দেউতাৰ থকাৰ আৰু খোৱাৰ ব্যৱস্থা কৰিব মানুহজনে নিজৰ ঘৰতেই।

ইমান অসুবিধাত পৰিও দেউতাই সাহিত্যৰ কথা পাহৰা নাই। উৎসাহ আগৰ দৰেই আছে। সেই সময়ত গুৱাহাটীত প্ৰথম অসম ছাত্ৰ সন্মিলন বহে। সন্মিলনত সভাপতিত্ব কৰে লক্ষ্মীনাথ বেজবৰুৱাদেৱে। দেউতাই ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ আহি সেই সন্মিলনত যোগ দিয়ে।

ডিব্ৰুগড়ত কাম কৰি থাকোঁতেই স্কুল পৰিদৰ্শকৰ অফিচৰ পৰা খবৰ পালে যে দেউতাক উত্তৰ লক্ষীমপুৰৰ স্কুলত স্থায়ীভাবে চাকৰি দিয়া হৈছে। ডিব্ৰুগড়ৰ কামটো অস্থায়ী। গতিকে স্থায়ীভাবে কিবা এটা পালে ভাল। বহুত ভাবি দেউতাই লক্ষীমপুৰলৈ যোৱাটোকেই ঠিক কৰিলে। কিন্তু দৰমহাৰ কথা যেতিয়া জানিলে তেতিয়া মনটো কোচ খালে। দৰমহা মাহে মাত্ৰ ৩৫৲ টকা।

যোৱা-নোযোৱাৰ দোমোজাত থাকোঁতেই দেউতাই তেজপুৰৰ পৰা এখন চিঠি পালে। লিখিছে চন্দ্ৰনাথ শৰ্ম্মাদেৱে—"আপুনি বোধকৰো গৱৰ্ণমেণ্ট স্কুলত কাম কৰিছে। আমাৰ তেজপুৰত এখন অসমীয়া মাইনৰ স্কুল আছে। তাত এজন হেডমাষ্টৰ ৫০-৫-৭৫ টকাত লাগে। আপোনাৰ নিচিনা মানুহ এজন তাত পালে আমি তেজপুৰবাসীয়ে সন্তোষ পাম।"

এটা চিন্তাৰ আঁত মাৰিবলৈ নৌ পাওঁতেই আন এটা চিন্তাই আহি দেখা দিলে। উত্তৰ লক্ষীমপুৰলৈ যাবনে তেজপুৰলৈ যাব। দৰমহাৰ ফালৰ পৰা তেজপুৰ ভাল। ঘৰবো ওচৰ। শেষত বহুত ভাবি-চিন্তি তেজপুৰলৈ যোৱাটোকেই ঠিক কৰিলে।

ঠিক সেই সময়তে আন এটা সমস্যাই দেখা দিলে। এইবাৰ হল বিয়াৰ চিন্তা। গুৱাহাটীৰ শ্ৰীৰাধিকানন্দ চৌধুৰীৰ পৰা চিঠি এখন পালে—"মোৰ দেউতাই তেখেতৰ নাতিনীয়েকক তোমাত বিয়া দিবলৈ স্থিৰ কৰিছে। তোমাৰ মতামত তুৰন্তে জনাবা।"



এইখন বিয়াৰ কথা ওলাইছিল দেউতাই বি-এ পৰীক্ষা দিয়াৰ পিছত সোণাৰাম হাইস্কুলত কাম কৰি থাকোঁতেই। গুৱাহাটীত দেউতা আছিল এতিয়াৰ ডঃ জ্যোতিষচন্দ্ৰ ৰোডত থকা খুৰাক সোণাৰাম ৰাজমেধিৰ বাস ভবনত। সেই একে ৰাষ্টাতে এসময়ত গুৱাহাটীৰ প্ৰতিপত্তিশীল নাগৰিক ৰায়চাহাব চিদানন্দ চৌধুৰীৰো বাসভবন। এই চিদানন্দ চৌধুৰীৰে বৰপুত্ৰ বিভবানন্দ চৌধুৰীৰ বৰ জীয়েকৰ লগতেই দেউতাৰ বিয়াৰ কথা-বতৰা চলিছিল। বিভবানন্দ চৌধুৰী বৰ কম বয়সতেই ঢুকায়। গতিকে ছোৱালীৰ অভিভাৱক আছিল ককাক, খুৰাকহঁত।

প্ৰথম অৱস্থাত চিদানন্দ চৌধুৰীৰ বৰ আগ্ৰহ নাছিল নাতিনীয়েকক দেউতালৈ দিয়াৰ। প্ৰথম আপত্তি দেউতাৰ নিজৰ ঘৰ-দুৱাৰ নাই। দ্বিতীয় কথা বি-এ পাছ কৰা দৰা নাপালে নাতিনীয়েকক বিয়া নিদিয়ে।

দেউতাই গুৱাহাটীত মাটি কিনিলে। ঘৰ অৱশ্যে সজা নাই। বি-এ পাছো কৰা নাই। এনে অৱস্থাত চিদানন্দ চৌধুৰীয়ে কিয় দেউতালৈ নাতিনীয়েকক দিবলৈ স্থিৰ কৰিছে তাকে ভাবি দেউতা চিন্তাযুক্ত হল।

কিছুদিন আগৰপৰা আকৌ ডিব্ৰুগড়ৰ ৰজনী কৰ নামেৰে ছিলেটৰ মানুহ এজনে দেউতাক প্ৰায়ে লগ ধৰি এই বিষয়ে মত দিবলৈ কৈ আছিল। ৰজনী কৰ শ্ৰীৰাধিকানন্দ চৌধুৰীৰ (প্ৰশান্তমূৰ্ত্তি) শিষ্য।

শ্ৰীৰাধিকানন্দ চৌধুৰীৰ চিঠিখন পাই দেউতা বৰ বিমোৰত পৰিল। কি কৰিব কি নকৰিব একো ঠিক কৰিব নোৱাৰা হল।

আমি সৰুৰে পৰা লক্ষ্য কৰিছিলো, কিবা সমস্যাই দেখা দিলে দেউতাই বাহিৰৰ বহা কোঠাত লাইটটো নুমাই অকলে অকলে চিন্তা কৰি বহি থাকে। সমস্যাৰ সমাধান হলেই কোঠাৰপৰা ওলাই আহে।

পিচত এদিন কথা-প্ৰসঙ্গত দেউতাই কওঁতে জানিব পাৰিছিলো,

দেউতাই তেনেকৈ বহি থাকি সমস্যা সমাধানৰ বাবে ভগবানক চিন্তা কৰে ; লগতে পিতাককো স্মৰণ কৰে। এনেকৈ একান্তমনে চিন্তা কৰিলে দেউতাই বোলে সমস্যাৰ সমাধান পায়।

চিঠিখন পোৱাৰ দুদিনমান পিছত একোকে স্থিৰ কৰিব নোৱাৰি গধূলি পৰত অকলে অকলে ফুৰিবলৈ ওলাই গল। গৈ গৈ ডিব্ৰুগড় চহৰৰ বাজ ওলাল। তেতিয়া জোনাক উঠিছে। চাৰিওফালে দিন যেন পোহৰ। দেউতা গৈ এজোপা আহঁত গছৰ গুৰিত বহিল। ঈশ্বৰক চিন্তা কৰিবলৈ ধৰিলে। এই বিষয়ে দেউতাই নিজেই লিখি থৈ গৈছে—"ভালেখিনি পৰৰ মূৰত মোক যেন কোনোবাই কব ধৰিলে—'তুমি ভয় নকৰিবা। ভগবান তোমাৰ ওপৰত সন্তুষ্ট। তুমি মনেৰে যি স্থিৰ কৰা তাতেই তোমাৰ মঙ্গল হব।' অকস্মাৎ মোৰ পিতাক যেন মোৰ সমুখত দেখা পালো। স্থিৰ কৰিলো তেজপুৰলৈ যোৱা ভাল আৰু প্ৰস্তাৱিত স্কুলত বিয়া কৰোৱা ভাল। এতিয়া মনটো পাতল লাগিল।"

সেই অনুসৰি দেউতা তেজপুৰলৈ যাবলৈ ওলাল। ডিব্ৰুগড়ৰ হাইস্কুলৰ হেডমাষ্টৰক কথাটো কলে। দেউতাৰ কামত হেডমাষ্টৰ বৰ সন্তুষ্ট হৈছিল। তেওঁ ইচ্ছা নকৰে দেউতাই ডিব্ৰুগড় এৰি যোৱাটো। জোৰ কৰিলে তাতেই থাকিবলৈ। কথা দিলে তেওঁ যথাসাধ্যে চেষ্টা কৰিব দেউতাক স্থায়ীভাৱে ৰখাৰ।

দেউতাই অতি বিনয়ভাৱে হেডমাষ্টৰৰ অনুৰোধ এৰাই তেজপুৰ অভিমুখে যাত্ৰা কৰিলে। বাটতে গুৱাহাটীত চিদানন্দ চৌধুৰীৰ ঘৰত সোমাই বিয়াৰ কথা-বতৰা ঠিক কৰি গল।

তেজপুৰ পাই নতুন উদ্যমে দেউতাই কামত মন দিলে। চাওঁতে চাওঁতে গৰমৰ বন্ধ আহিল। দেউতাৰ বিয়াৰ দিনো চমু চাপি আহিল। বিয়াৰ দিন ঠিক হৈছিল ১৯১৮ চনৰ ৪ জুন তাৰিখে। তেতিয়া দেউতাৰ বয়স ২৮ বছৰ। তেতিয়াৰ দিনৰ হিচাপত দেউতাৰ বিয়া বয়সত হৈছিল।



বিয়াৰ দিন চমু চাপি অহাৰ লগে লগে দেউতাৰ চিন্তা-ভাবনাও বাঢ়ি আহিল। বিয়া পাতিবলৈ ওলাইছে সঁচা, কিন্তু প্ৰয়োজনীয় সংস্থান নাই। আপোন ভাই-ভনীও নাই যাৰ পৰা সহায় পাব পাৰে। বেঙ্কৰ পৰাও ধাৰ নাপায়। কিয়নো বেঙ্কৰ আগৰ ধাৰেই মৰা নাই।

গুৱাহাটীত দেউতাৰ পৰিচিত বঙালী মানুহ এজন আছিল। এসময়ত তেওঁ দেউতাৰ শিক্ষক আছিল। তেওঁৰ পৰিবাৰক দেউতাই মাতৃ-জ্ঞান কৰিছিল। দেউতাই তেওঁৰ আগত সকলো কথা ভাঙিপাতি কলে। বিয়াৰ কথা শুনি তেওঁ বৰ আনন্দ পালে। লগতে স্বইচ্ছাই কলে—"তোমাক মই এশ টকা দিম। যেতিয়া পাৱা ঘূৰাই দিবা।"

এই এশটকা পাই দেউতাৰ মনলৈ সাহস আহিল। কিন্তু এশ টকাৰেতো আৰু বিয়া নহয়। আৰু টকা যোগাৰ কৰিব লাগিব। এইবাৰ দেউতা গল কটন কলেজৰ সংস্কৃতৰ অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়ৰ ঘৰলৈ। তেখেতে দেউতাক নিজৰ লৰাৰ নিচিনাকৈ মৰম কৰিছিল। তেখেতে দেউতাৰ দুৰ্ভাবনাৰ কথা শুনি এশ টকাৰ নোট এখন দেউতাৰ হাতত দি কলে—"এই এশ টকা নিয়া। যিমান সোনকালে পাৰা ঘূৰাই দিবা।"

এনেকৈ দুশ টকা হল। নিজৰ হাততো এশমান টকা আছিল। মুঠ তিনিশ টকা লৈ বিয়াৰ যোগাৰ-পাতি কৰাত লাগিল। বিয়া হৈছিল দেউতাৰ খুৰাকৰ ঘৰৰ পৰা।

বিয়াৰ পিছত দেউতা সপৰিবাৰে তেজপুৰলৈ ৰাওনা হল। তাত প্ৰথমে ভাৰাঘৰত থাকি পিছত মাটি এডোখৰ লিজ লৈ নিজাকৈ সৰু ঘৰ এটা সাজি থাকিবলৈ ললে।

এইবাৰ গৃহাশ্ৰম ধৰ্ম্ম পালন কৰাৰ লগতে নতুন উৎসাহেৰে স্কুলৰ কামতো লাগিল। দেউতাই সেই স্কুলত সোমোৱাৰ পৰা ভগবানৰ কৃপাত, শিক্ষকসকলৰ সহযোগিতাত, দেউতাৰ আশাশুধীয়া

চেষ্টাত স্কুলৰ অৱস্থা ভাল হৈ আহিল। প্ৰতি বছৰে লৰাই বৃত্তি পাবলৈ ধৰিলে। শিক্ষা-বিভাগৰ ডাইৰেক্তৰ, পৰিদৰ্শকসকলে স্কুল পৰিদৰ্শন কৰি বৰ সন্তুষ্টি প্ৰকাশ কৰিলে। দেউতাৰ বিষয়েও ভাল মন্তব্য লিখিলে।

এনে সময়তে স্কুল চাবলৈ আহিল স্কুল পৰিদৰ্শক দুৰ্গাধৰ বৰকটকী। স্কুলৰ ছাত্ৰৰ পৰীক্ষাৰ ফলাফল, শিক্ষাৰ প্ৰণালী ইত্যাদি দেখি বৰ সন্তুষ্ট হল। কথাই কথাই তেওঁ দেউতাক কলে—“তুমি এবাৰ ট্ৰেইনিং লৈ অহা ভাল। যদি ঢাকালৈ ট্ৰেইনিং লবলৈ যোৱা মই চৰকাৰী খৰচৰ ব্যৱস্থা কৰি দিব পাৰো।” বৰকটকীৰ কথা শুনি দেউতাই ভালেই পালে। যাবলৈ ইচ্ছা প্ৰকাশ কৰিলে।

সেইমতে দেউতাই ট্ৰেইনিং লবলৈ ঢাকালৈ ৰাওনা হল। তাত এবছৰ আছিল। সেই বছৰ অসমৰ পৰা নজন শিক্ষক গৈছিল। তাৰ ভিতৰত আছিল গোলাপচন্দ্ৰ বৰুৱা, তাৰানাথ বৰপূজাৰী, মণিৰাম দাস, সতীশচন্দ্ৰ গাঙ্গুলী আদি।

ঢাকাত দেউতাই নিজৰ অমায়িক ব্যৱহাৰৰ বাবে সোণকালেই সকলোৰে প্ৰিয়পাত্ৰ হৈ উঠিল। হোষ্টেল সম্বন্ধে কিবা হলেই চুপাৰিণ্টেণ্ডেণ্টে দেউতাৰ পৰামৰ্শ লয়। লগৰবোৰেও দেউতাক বৰ সমীহ কৰি চলে। পঢ়া সম্বন্ধে দেউতাৰ লগত আলোচনা কৰে।

এদিন এখন হাইস্কুলৰ কোনো এটা শ্ৰেণীত দেউতাই ইংৰাজী পঢ়াই আছিল। এনেতে তালৈ সোমাই আহিল দেউতাহঁতৰ ট্ৰেইনিং কলেজৰ অধ্যক্ষ মাইকেল স্কট। তেওঁ শ্ৰেণীৰ একোণত থিয় হৈ আৰম্ভণিৰ পৰা শেষলৈকে দেউতাৰ পঢ়োৱাৰ ধৰণ লক্ষ্য কৰিলে। যাবৰ সময়ত দেউতাৰ নোটবহীত নিজৰ মন্তব্য লিখি থৈ গল। দেউতাই সেই লিখাখিনি লগৰবোৰক দেখুৱালে। মন্তব্য চাই সকলোৱে দেউতাক প্ৰশংসা কৰিবলৈ ধৰিলে। তেনেকুৱা মন্তব্য হেনো অধ্যক্ষই কাৰো বহীত কেতিয়াও লিখা নাই।

সময়ত পৰীক্ষা আহি পৰিল। দেউতাই পৰীক্ষা দিলে। খবৰ



পালে যে পৰীক্ষাত দেউতাই বহুত বেছি নম্বৰ পাইছে। এজন বঙালী অধ্যাপকে মাতি নি দেউতাক প্ৰশংসা কৰিলে। কলে—“তুমি আমাৰ বঙালীৰ নাম ৰাখিলা।” ওচৰতে আন লৰাও আছিল। তাৰে কোনোবা এজনে কলে—“ছাৰ আপুনি ভুল কৰিলে। তেওঁ বঙালী নহয়, অসমীয়াহে।” তাকে শুনি অধ্যাপকজনে কলে—“হয় নেকি, আমিতো তেওঁক বঙালী বুলিয়েই ভাবি আছিলো। সুন্দৰ বঙালী কয়। অসমীয়া বুলি ধৰিবই নোৱাৰি। নহলেনো পৰীক্ষাত ইমান নম্বৰ পায়নে?” অধ্যাপকৰ কথা শুনি সকলোৱে হাঁহি দিলে।

ঢাকা এৰাৰ আগে আগে অধ্যক্ষই দেউতাক মাতি নি বহুত কথা কলে, বহুত উপদেশ দিলে। সেই উপদেশবোৰ দেউতাই পিছৰ জীৱনত কামত লগাইছিল। অধ্যক্ষই চাৰ্টিফিকেট এখনো দিলে। তাত দেউতাৰ বিষয়ে খুব ভালকৈ লিখিলে। সেইখন দেউতাৰ বাবে বৰ ডাঙৰ সম্পদ যেন হল।

ঢাকাৰ পৰা দেউতা তেজপুৰলৈ আহিল। আকৌ শিক্ষকতাৰ কামত যোগ দিলে। এইবাৰ ঢাকাৰ কলেজত শিকি অহা নতুন নতুন পদ্ধতিৰে লৰাক শিক্ষা দিবলৈ ধৰিলে।

ইয়াৰ তিনিমাহমান পিছত পৰীক্ষাৰ খবৰ ওলাল। দেউতাই প্ৰথম বিভাগত পাছ কৰিলে।

এনে সময়তে শিক্ষা-বিভাগৰ ডাইৰেক্তৰ কানিংহাম আহিল স্কুল চাবলৈ। স্কুল চাই তেওঁ বৰ সন্তোষ প্ৰকাশ কৰিলে। দেউতাক নানান কথা সুধিলে। ঢাকাৰ কলেজৰ অধ্যক্ষৰ চাৰ্টিফিকেট চালে। তাৰ পিছত দেউতাক প্ৰশ্ন কৰিলে—“তুমি চৰকাৰী কাম কৰিবানে?” দেউতায়ো উত্তৰ দিলে—“সুবিধামতে পালে কৰিব পাৰো।” সেই-মতে কানিংহাম চাহাবে স্কুল পৰিদৰ্শকলৈ চিঠি লিখিলে—“এওঁৰ কাম দেখি মই বৰ সন্তোষ পাইছোঁ। এওঁ চৰকাৰী কামৰ উপযুক্ত।”

এনেকুৱা এখন চিঠি দিয়াত দেউতাই বৰ আশা কৰিছিল

চৰকাৰী কাম এটা পাব। বহুদিন আশাৰে বাট চালে, একো খবৰ নাহিল। শেষত খবৰ পালে দেউতাই পাবলগীয়া কামটো অইন এজনে পালে। ভিতৰুৱাকৈ খবৰ পালে ইয়াৰ গুৰিত আছে স্বজন-প্ৰীতি।

এই কথাত দেউতাই বৰ আঘাত পালে। তথাপিও একান্তমনে স্কুলৰ কাম কৰি গ'ল। লগতে প্ৰাইভেটকৈ বি-এ পৰীক্ষা দিবলৈ প্ৰস্তুতি চলালে।

টকাৰ টান হেতুকে স্কুলত কাম কৰাৰ লগতে ঘৰুৱা শিক্ষকৰ কামো কৰিবলৈ ধৰিলে। এনেকৈ হাতলৈ দুপইচা আহিল। বিয়াৰ ধাৰবোৰ মাৰিলে। তদুপৰি তেজপুৰতে থাকিব লাগিব যেতিয়া, নিজাকৈ এডোখৰ মাটি থকা ভাল বুলি ভাবি তেজপুৰতে ডেৰকঠা মাটিও কিনিলে।

এনে সময়তে স্কুল পৰিদৰ্শক অফিচৰ পৰা দেউতাক সুধি পঠিয়ালে উত্তৰ লক্ষীমপুৰৰ চৰকাৰী হাইস্কুলত চাকৰি কৰিব নেকি ? চৰকাৰী চাকৰি কৰাৰ ইচ্ছা দেউতাৰ নাইকিয়া হৈ গৈছিল। গতিকে নোযোৱাকেই ঠিক কৰিলে।

বি-এ পৰীক্ষাৰ সময় হোৱাত দেউতাই স্কুলৰ পৰা এমাহৰ ছুটী লৈ গুৱাহাটীত পৰীক্ষা দি আহিল। সময়ত পৰীক্ষাৰ ফলাফল ওলাল। এইবাৰ দেউতাই বি-এ পৰীক্ষা পাছ কৰিলে।

এবাৰ কেইমাহমানৰ কাৰণে ডঃ থমচন শিক্ষা-বিভাগৰ ডাইৰেক্তৰ হয়। সেই সময়তে তেখেতে তেজপুৰলৈ গৈ দেউতাৰ স্কুল পৰিদৰ্শন কৰে। তেখেতে দেউতাক দেখা পাই নিজৰ ছাত্ৰ বুলি চিনি পালে—বিশেষকৈ এটা ঘটনাৰ বাবে। ডঃ থমচনে দেউতাহঁতক কেমিষ্ট্ৰী পঢ়াইছিল। এদিন ক্লাচলৈ যাওঁতে দেউতাৰ দুই মিনিট পলম হয়। দেউতাই দুৱাৰ মুখত ৰৈ সোমাবলৈ অনুমতি বিচাৰিলে। ডঃ থমচনে সোমাবলৈ দিলে হয় কিন্তু দেউতা ক্লাচত উপস্থিত থকা বুলি গণ্য নকৰিলে।



সেইদিনাৰ পৰা দেউতাই মনে মনে প্ৰতিজ্ঞা কৰিলে কোনো দিনে কোনো কামলৈকে পলমকৈ নাযাবলৈ। লাগিলে অন্ততঃ আগতে যাব তথাপি দেৰীকৈ নাযায়। আমি জনাত দেউতাই এই কথা শেষ দিনলৈকে মানি চলিছিল।

দেখাত এইটো এটা অতি সাধাৰণ ঘটনা। প্ৰায়ে এনেকৈ ছাত্ৰ-ছাত্ৰীয়ে ক্লাচলৈ দেৰীকৈ আহে। কোনেও তাত গুৰুত্ব নিদিয়ে। কিন্তু দেউতাৰ কাৰণে সেইটো আছিল জীৱনৰ স্মৰণীয় ঘটনা এটা। আৰু সেইটোৰ আলম লৈয়ে নিজৰ চৰিত্ৰ গঠনত জোৰ দিছিল।

বি-এ পাছ কৰাৰ পিছতেই দেউতাক আৰু এবাৰ চৰকাৰী চাকৰি যচা হয়। এইবাৰ কামটো তুৰা পাহাৰত। দেউতাই তুৰালৈ যাবলৈ ইচ্ছা নকৰিলে, তেজপুৰতে থাকিল।

তেজপুৰত থকা দিনকেইটাত দেউতাই যে অকল স্কুলৰ কামকে কৰিছিল তেনে নহয়, সময় পালেই অইন কামতো যোগ দিছিল।

লবৰাম শইকীয়া বুলি তেজপুৰত কো-অপাৰেটিভৰ কৰ্ম্মচাৰী এজন আছিল। তেওঁৰ পৰা উৎসাহ আৰু সহায় পাই দেউতাহঁতে লগ লাগি 'তেজপুৰ অফিচাৰ্চ বেঙ্ক' এটা খোলে। বেঙ্কৰ চেয়াৰমেন হ'ল দেবেন্দ্ৰনাথ নাথ। ছেক্ৰেটাৰীৰ দায়িত্ব ললে দেউতাই। সকলোৰে সমূহীয়া চেষ্টাত বেঙ্কটো ডাঙৰ হৈ আহিবলৈ ধৰিলে। সেই সময়ত বহুত তেজপুৰীয়া মানুহে এই বেঙ্কৰ পৰা সহায় পাইছিল।

সেই সময়ত তেজপুৰত অঃ ভাঃ উঃ সাঃ সভাৰ প্ৰায় যাওঁ যাওঁ অৱস্থা। তাকে দেখি দেউতাহঁতে লগ লাগি সভাখন পুনৰ টনকিয়াল কৰিবলৈ যত্ন কৰিলে। দেউতা সম্পাদক নিৰ্ব্বাচিত হয়। সকলোৰে সমূহীয়া প্ৰচেষ্টাত সভাখনে গা কৰি উঠে।

সেই সভাৰ উপৰিও সাহিত্য চৰ্চ্চাৰ বাট সুগম কৰাৰ উদ্দেশ্যে দেউতাহঁতে লগ লাগি 'সাৰস্বাত সভা' গঠন কৰে। এইখনৰো সম্পাদকৰ ভাৰ পৰে দেউতাৰ ওপৰত। এই সভাৰ উদ্যোগী

দেৰ মৃত্যুতে কাৰ্জ্জন হলৰ লাইব্ৰেৰীয়ান পদটো খালি হল। সেই পদটোৰ বাবে প্ৰাৰ্থী বিচৰাত কেইবাজনেও দৰখাস্ত দিলে। দেউতায়ো দিলে। কামটো দেউতাকেই দিয়া হল। দেউতাৰ লাইব্ৰেৰীয়ান হোৱাৰ ইচ্ছা পূৰণ হল।

দেউতাই গুৱাহাটীলৈ আহিছিল এম-এ বা ল পঢ়িব বুলি। কিন্তু তাৰবাবে কোনো সুবিধা নাপালে। ৰাতিপুৱা-গধূলি কাৰ্জ্জন হল লাইব্ৰেৰীলৈ যাব লাগে। দুপৰীয়া স্কুল। পঢ়াৰ সময় ক'ত?

দেউতাই এম-চি-এম-ই স্কুলত সোমাইছিল ১৯২৪ চনত। ১৯২৯ চনত সোণাৰাম হাইস্কুলৰ সহকাৰী প্ৰধান শিক্ষকৰ পদটো খালি হোৱা জানি দৰখাস্ত এখন দিলে। কামটো পালেও। গতিকে এম-চি-এম-ই স্কুলৰ পৰা বিদায় লৈ সোণাৰাম স্কুল পালেগৈ। তেতিয়া সেই স্কুলৰ প্ৰধান শিক্ষক আছিল নবকুমাৰ বৰুৱা। প্ৰথমে বৰুৱাদেৱে দেউতাক বৰ ভাল পাইছিল। দেউতাৰ সকলো কামতে উৎসাহো দিছিল। কিন্তু পিছলৈ বৰুৱা আৰু দেউতাৰ মাজত মনোমালিন্য হল। দেউতাই লিখিছে—“শেষত দুয়োৰে কথা-বাৰ্ত্তা এনে হবলৈ ধৰিলে যে আত্মসন্মান বজাই ৰাখি স্কুলৰ কাম কৰা টান হল। বহুত ভাবিচিন্তি সহকাৰী প্ৰধান শিক্ষকৰ কামৰ পৰা ইস্তফা দিলো আৰু আকৌ এম-চি-এম-ই স্কুলৰ প্ৰধান শিক্ষক হলো। ইয়াত নিৰাপদে কাম চলাই সুখেৰে দিন কটাব ধৰিলো। লগতে কাৰ্জ্জন হলত লাইব্ৰেৰীয়ানৰ কামটোও কৰি থাকিলো।”

দেউতাই সকলো কাম নিয়মিতভাবে কৰি যাবলৈ ধৰিলে। ১৯৩৬ চনত কলিকতা বিশ্ববিদ্যালয়ে নিয়ম কৰিলে মেট্ৰিকুলেচন পৰ্য্যন্ত শিক্ষা নিজ নিজ মাতৃভাষাত দিয়া হব। অসমীয়াই অসমীয়া ভাষাত আৰু বঙালীয়ে বঙলা ভাষাত শিক্ষালাভ কৰিব পাৰিব। এই নিয়ম বলবৎ হোৱাত গোটেই অসমতে ডাঙৰ সমস্যা কিছুমান আহি পৰে। ইতিপূৰ্ব্বে অসমৰ শিক্ষা-বিভাগৰ ডাইৰেক্তৰ কানিংহামে ৰাজনৈতিক আন্দোলনত যোগ দিয়া স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীক



চৰকাৰী অনুষ্ঠানত পঢ়িবলৈ দিয়া নহয় বুলি এখন চাৰ্কুলাৰ জাৰী কৰাত প্ৰায় প্ৰতি চহৰে চহৰে একোখন বেচৰকাৰী স্কুল খোলা হয়। বহুতো ছাত্ৰই চৰকাৰী স্কুলৰ পৰা নাম কাটি বেচৰকাৰী স্কুলত পঢ়িবলৈ লয়। তেনে সময়তে গুৱাহাটীত কামৰূপ একাডেমী নাম দি হাইস্কুল এখন পতা হয়। এতিয়া আকৌ বিশ্ববিদ্যালয়ে মাতৃভাষাত শিক্ষাদান প্ৰথা উলিওৱাত অসমৰ গুৱাহাটী, ডিব্ৰুগড়, তেজপুৰ, ধুবুৰী আদি চহৰত আন এটা সমস্যাই দেখা দিয়ে। সেই সময়ত শিক্ষা-বিভাগৰ ডাইৰেক্তৰ স্মল চাহাবে ঠায়ে ঠায়ে গৈ যথাযোগ্য ব্যৱস্থা কৰিবলৈ যত্নপৰ হয়। গুৱাহাটীত এই সম্বন্ধে আলোচনা কৰিবলৈ ১৯৩৬ চনৰ ডিচেম্বৰ মাহত স্মল চাহাবে সভা এখন আহ্বান কৰে। সেই সভাত যোগ দিয়ে স্কুল-পৰিদৰ্শক শৰৎ চন্দ্ৰ গোস্বামী, হাইস্কুল কেইখনৰ সভাপতি, সম্পাদক আৰু প্ৰধান শিক্ষকসকল আৰু এম-চি-এম-ই স্কুলৰ প্ৰধান শিক্ষকে। ইয়াৰ বাহিৰেও আন কেইবাগৰাকী মুখীয়াল লোক উপস্থিত আছিল। আলোচনাত সুকীয়া বঙলা হাইস্কুল এখন পাতিবলৈ স্থিৰ কৰা হয়। সেই স্কুলত সাহায্য দিবলৈ স্মল চাহাবে প্ৰতিশ্ৰুতি দিয়ে। কলেজিয়েট, একাডেমী, সোণাৰাম আদি স্কুলৰ বঙালী লৰাবোৰে সেই নতুন স্কুলত পঢ়িব। নতুন স্কুলৰ নাম হয় চিলভাৰ জুবিলী এংলো-বেঙ্গলী হাইস্কুল। সভাত কেইজনমানে সোণাৰাম আৰু কামৰূপ একাডেমীক একেলগ কৰাৰ প্ৰস্তাৱ দিয়াত উভয় স্কুলৰ কমিটীয়েই আপত্তি কৰে। ফলত দুয়োখন স্কুল পৃথককৈয়ে ৰাখিবলৈ ঠিৰাং কৰা হয়। আন এটা প্ৰস্তাৱ যোগে এম-চি-এম-ই স্কুল আৰু কামৰূপ একাডেমীক লগ কৰি এখন কৰাৰ পৰামৰ্শ আগবঢ়ায়। স্কুলৰ ছাত্ৰসংখ্যা চাই সেই বিষয়ে পিছত বিবেচনা কৰিবলৈ ঠিক কৰা হয়।

এই কথাত দেউতা অলপ চিন্তিত হৈ পৰে। নিজৰ স্কুলখনৰ অস্তিত্ব নাইকিয়া হৈ যাবলৈ ওলোৱা কথাটো দেউতাই ভাল

নাপালে। সেই কাৰণে সভাৰ পিছত দেউতাই স্মল চাহাবক অকলে লগ ধৰি নিজৰ মনৰ কথাটো কলে। চাকৰিৰ বিষয়ে কি হব সেইটো জানিবলৈ বিচাৰিলে। স্মল চাহাবে দেউতাক আশ্বাস দিলে স্কুলখন আগৰ দৰেই ৰাখিবলৈ যত্ন কৰিব। নিশ্চিন্তমনে দেউতাই স্কুললৈ খোজ ললে।

সেইদিনাই দুইমান বজাত স্মল চাহাবে ভদ্রলোক এজন লগত লৈ দেউতাৰ স্কুল পালেগৈ। খবৰ-বাতৰি নিদি সেই সময়ৰ শিক্ষা বিভাগৰ ডাইৰেক্তৰ এজন স্কুললৈ যোৱাটো বৰ আচৰিত কথা। শিক্ষকসকল চিন্তিত হৈ পৰিল। স্মল চাহাবে কালৈকো মন নকৰি স্কুললৈ সোমাই পোনেই দেউতাৰ ওচৰলৈ গৈ কলে—"মোৰ লগত অহা ভদ্রলোকজন গাৰোপাহাৰৰ ডেপুটী স্কুল ইন্সপেক্টৰ। স্কুল পৰিদর্শন আৰু শিক্ষা-প্রণালী কেনে হোৱা উচিত দেখুৱাবলৈ এওঁক তোমাৰ ইয়ালৈ লৈ আহিছোঁ। তুমি এওঁক সকলো কথা বুজাই দিয়া।" এইবুলি মানুহজনক তাতে থৈ স্মল চাহাব গুচি গল। এইগৰাকী ডাইৰেক্তৰে দেউতাক বৰ মৰম কৰিছিল। দেউতাৰ প্রতি তেওঁৰ অগাধ বিশ্বাস আছিল। নানান বিষয়ত, বিশেষকৈ স্কুলীয়া পাঠ্যপুথি লিখা কামত দেউতাক বৰ সহায়ো কৰিছিল। দেউতাৰ মুখত প্রায়ে এইগৰাকী শিক্ষাবিদৰ কথা শুনা গৈছিল।

দেউতাই এম-চি-এম-ই স্কুলত সোমাইছিল ১৯২৪ চনত। তেতিয়াৰ পৰা কাম কৰি ১৯৩৭ চনত দেউতাৰ দৰমহা হলগৈ এশ টকা। তাৰ পিছতো তিনি চাৰি বছৰ সেই একে দৰমহাতে থাকিবলগীয়া হল। দৰখাস্ত দিয়াতো মিউনিচিপালিটীয়ে দেউতাৰ দৰমহা বঢ়াই নিদিলে। সেই কামত পেন্সনৰ ব্যৱস্থাও নাই। সেই কাৰণে বহু বছৰৰ মূৰত দেউতাই আকৌ চৰকাৰী কামৰ কথা ভাবিলে।

এনে সময়তে স্মল চাহাব আহিল স্কুল পৰিদর্শন কৰিবলৈ। সুযোগ বুজি দেউতাই তেওঁক মনৰ কথাটো জনালে। তেওঁ দৰখাস্ত এখন দিবলৈ দেউতাক কলে। সেইমতে দেউতাই চৰকাৰী স্কুলত চাকৰি বিচাৰি চৰকাৰলৈ দৰখাস্ত এখন দিলে। দৰমহা বিচাৰিলে ডেৰশ টকা।



১৯৪০ চনৰ ডিচেম্বৰ মাহত দেউতাই খবৰ পালে যে দেউতাক চৰকাৰী স্কুলত চাকৰি দিয়া হৈছে। গোৱালপাৰা হাইস্কুলত নিয়োগ কৰা হৈছে। তালৈ যাব লাগে। খবৰটো পাই হর্ষ-বিষাদ দুয়োটাই হল। চাকৰি পালে সঁচা ; কিন্তু স্থায়ী ঘৰ-বাৰী এৰি গোৱালপাৰালৈ যায় কেনেকৈ ? ভাবি-গুণি থাকোঁতে স্কুল পৰিদর্শকৰ অফিচৰ পৰা খবৰ আহিল সম্প্রতি গোৱালপাৰালৈ যাব নালাগে। দেউতাই নতুন নির্দ্দেশলৈ বাট চাই থাকিল।

১৯৪১ চনৰ জানুৱাৰী মাহত খবৰ আহিল দেউতাক গুৱাহাটীৰ কলেজিয়েট হাইস্কুলত শিক্ষক পদত নিয়োগ কৰা হৈছে। এইবাৰ দেউতাই আনন্দ মনে ১৯৪১ চনৰ ১৭ ফেব্রুৱাৰী তাৰিখে এম-চি-এম-ই স্কুলৰ পৰা বিদায় লৈ কলেজিয়েট হাইস্কুলত শিক্ষকৰ কামত যোগ দিলে। চৰকাৰী কাম কৰাতো কার্জ্জন হলৰ লাইব্রেৰীয়ান কামটোও কৰি থাকিবলৈ চৰকাৰে বিশেষ অনুমতি দিলে।

তেতিয়াৰ পৰা ১৯৪৮ চনৰ আগভাগলৈকে দেউতাই কলেজিয়েট হাইস্কুলত শিক্ষকতা কৰে। ১৯৪৮ চনত ডনবস্কো অনুষ্ঠানে গুৱাহাটীত ডনবস্কো হাইস্কুল নামেৰে হাইস্কুল এখন পতাৰ দিহা কৰে। দেউতাক সেই স্কুলৰ প্রধান শিক্ষকৰ পদ যচা হয়। সেইমতে চৰকাৰী কামৰ পৰা অৱসৰ গ্রহণ কৰাৰ ছমাহ আগতে চৰকাৰী কামৰ পৰা ছুটী লৈ ডনবস্কো হাইস্কুলৰ প্রধান শিক্ষক হয়।

এই স্কুলখনক এখন সর্ব্বাঙ্গসুন্দৰ হাইস্কুলত পৰিণত কৰিবলৈ দেউতাই দেহেকেহে যত্ন কৰিছিল। সকলোৰে সহযোগিতাত দেউতা প্রধান শিক্ষক হৈ থকা দিনতেই স্কুলখনে যথেষ্ট সুনাম অর্জ্জন কৰিছিল।

পাঁচ বছৰ কাম কৰাৰ পিছত ১৯৫৩ চনৰ ৪ ফেব্রুৱাৰী তাৰিখে দেউতাই ডনবস্কো হাইস্কুলৰ প্রধান শিক্ষকৰ কামৰ পৰা অৱসৰ গ্রহণ কৰে।

স্কুলৰ কামৰ পৰা অৱসৰ গ্ৰহণ কৰিলে সঁচা, কিন্তু আনবোৰ কামৰ পৰা অৱসৰ গ্ৰহণ কৰাৰ পৰিৱৰ্ত্তে সেইবোৰক লৈ বেচিকৈহে ব্যস্ত হৈ পৰিল।

বৃন্দাবনত বৈষ্ণৱ থিয়লজিকেল বিশ্ববিদ্যালয় এটা আছে। দেউতাই সেই বিশ্ববিদ্যালয়ৰ লগত সংযোগ স্থাপন কৰিলে। ১৯৫৬ চনত দেউতা গৈ কেইবামাহো বৃন্দাবনত আছিল। সেই সময়ত দেউতাৰ জীৱনত আচৰিত ঘটনা এটা ঘটে। সেই ঘটনাৰ বিষয়ে দেউতাই এনেদৰে লিখি থৈ গৈছে—

"এদিন ৰাতিপুৱা মই আৰু আশ্ৰমৰ ব্ৰহ্মচাৰী এজনে বঙ্কুবিহাৰী মন্দিৰ দৰ্শন কৰিবলৈ যাওঁ। মন্দিৰ দৰ্শন কৰি মন্দিৰৰ পৰা কিছু দূৰ পাইছোঁ, এনেতে বুঢ়ী এগৰাকীয়ে দূৰৈৰপৰা লৰ মাৰি আহি মোক সাৱটি ধৰি দাদা দাদা বুলি মাতিবলৈ ধৰিলে। বুঢ়ী গৰাকীৰ ভুল হোৱা বুলি ভাবি মই কলো,—'তুমি ভুলতে মোক দাদা বুলি ভাবিছা। মই অসমৰ মানুহ। মই তোমাৰ দাদা নহওঁ।' বুঢ়ীয়ে মোৰ কথা শুনি কলে,—'তুমি মোৰ দাদা। সপোনত দেখা মোৰ দাদা। সপোনত যেনে দেখিছিলোঁ, তুমি ঠিক তেনে। আহা আমি বঙ্কুবিহাৰীৰ মন্দিৰলৈ যাওঁ।' এইবুলি বুঢ়ীয়ে এক প্ৰকাৰ জোৰ কৰিয়েই মোক বঙ্কুবিহাৰীৰ মন্দিৰলৈ লৈ গল। বাটতে অলপ ফুল কিনি ললে। মন্দিৰৰ ভিতৰলৈ গৈ বিগ্ৰহৰ চৰণত ফুলপাহ দি কবলৈ ধৰিলে,—'বাবা ঈশ্বৰ, এওঁ মোৰ দাদা। তুমি সপোনত যেনে দেখুৱালা ঠিক তেনে দাদাই মই পালো। প্ৰভু, তুমি মোক আশীৰ্ব্বাদ দিয়া, এওঁ যেন মোক ভগ্নী বুলি স্বীকাৰ কৰে।' ময়ো বুঢ়ীক ভগ্নী বুলি স্বীকাৰ কৰিলোঁ।

"বুঢ়ীয়ে মোক তেওঁৰ ঘৰলৈ লৈ গল। আদৰ-সাদৰ কৰি গাখীৰ খাবলৈ দিলে। তেতিয়াৰে পৰা আমি ভাই-ভনী যেন হলো।

"বুঢ়ী গৰাকীৰ নাম দুৰ্গাদেৱী। তেওঁৰ স্বামী, পুত্ৰ, বোৱাৰী



তিনিকুৰি পাঁচ বছৰ বয়সত দেউতাই বৃন্দাবন থিওলজিকেল বিশ্ববিদ্যালয়ৰপৰা ধৰ্ম্মাচাৰ্য্য উপাধি লয়



সকলো আছে। তেওঁলোক গৌতম বংশৰ ব্ৰাহ্মণ। মুঙ্গেৰ ৰজাৰ পাণ্ডা। ৰজাৰ মন্দিৰৰ তত্ত্বাৱধান তেওঁলোকেই কৰে।”

বৃন্দাবনৰ আন এটা ঘটনাৰ কথা দেউতাই উল্লেখ কৰি গৈছে—

“বুঢ়ী ভগ্নীয়ে মোক এদিন সেৱক কুঞ্জ দৰ্শন কৰিবলৈ লৈ গল। সেৱক কুঞ্জ হৈছে শ্ৰীকৃষ্ণৰ পূৰ্ণ ৰাসলীলাৰ স্থান। আমি আৰতিৰ সময়ত গৈছিলোঁ। আৰতি শেষ হল। সমাজ ভাগিল। এনেতে এজন পূজাৰী মোৰ ওচৰলৈ আহি মোক ৰবলৈ কলে। তাৰ পিছত বিশেষ প্ৰসাদ এবিধ আনি মোৰ হাতত দিলে। এই প্ৰসাদ খাই মই বৰ তৃপ্তি পালো। এই প্ৰসাদ সকলোৱে ভাগ্যত নঘটে বোলে।”

বৃন্দাবন থিওলজিকেল বিশ্ববিদ্যালয়ে দেউতাক ১৯৫৬ চনত মাষ্টাৰ অৱ থিওলজি বা ধৰ্ম্মাচাৰ্য্য উপাধি প্ৰদান কৰে। দেউতাৰ বৰ ইচ্ছা আছিল মাষ্টাৰ ডিগ্ৰী এটা লোৱা। জীৱনৰ শেষ বয়সত দেউতাৰ সেই আশা পূৰণ হল।

বৃন্দাবনৰ পৰা ঘূৰি আহি দেউতাই নতুন উদ্যমেৰে লাগি গল বৈষ্ণৱ দৰ্শন সম্বন্ধে পঢ়াশুনা কৰাত। দেউতাৰ ইচ্ছা আছিল অসমৰ বৈষ্ণৱ দৰ্শন সম্বন্ধে থিচিচ এখন লিখাৰ ডক্তৰ অৱ ডিভিনিটিৰ বাবে। সেই উদ্দেশ্যে দেউতাই বহুত টোকাও লিখিছিল। সেইবোৰ টোকা আকাৰতেই থাকিল, কিতাপ বা প্ৰৱন্ধৰ আকাৰ নাপালে।

কিতাপ লিখাৰ প্ৰতি দেউতাৰ আগ্ৰহ বহুদিনীয়া। দেউতাৰ কিতাপবোৰ প্ৰধানকৈ দুভাগত ভগাব পাৰি। এভাগ পাঠ্যপুথি, আনভাগ ধৰ্ম্মমূলক পুথি।

তেজপুৰত শিক্ষকতা কৰি থাকোঁতেই দেউতাই পাঠ্যপুথি লিখাৰ কথা ভাবে। এই বিষয়ে দেউতাই লিখি থৈ গৈছে— "ঢাকাৰ পৰা এল-টি পাছ কৰি অহাৰ পিছত শিক্ষা-প্ৰণালীৰ বহু অভিজ্ঞতা জন্মে। কলেজত যেনেকৈ শিকি আহিলো, তেনে ধৰণে পঢ়ুৱাব পাৰিলে শিক্ষাৰ মান ভাল নহৈ নোৱাৰে। কলেজত শিকি অহা ধৰণে প্ৰতিটো বিষয়ৰ টোকা লিখি লিখি ছাত্ৰবোৰক শ্ৰেণীত পঢ়ুৱাবলৈ ধৰিলো। পঢ়াওঁতে কোনো কোনো বিষয়ৰ পাঠ্যপুথিৰ বিষয়বোৰ অসম্পূৰ্ণ আৰু অসাৰ যেন লাগিল। বিশেষকৈ এংলো-আচামীজ ট্ৰেনশ্লেচন, গ্ৰামাৰ আৰু কম্পোজিচন, এই বিষয় কেইটা সম্বন্ধে মই দকৈ ভাবিবলৈ ধৰিলো। কেনেকৈ পঢ়ুৱালে ছাত্ৰহঁত বেছি উপকৃত হয় সেই চিন্তাই মোৰ লগ নেৰা হল। মই প্ৰতিটো বিষয়ৰে টোকা লিখি যাবলৈ ধৰিলো। য'তে লৰাহঁতে বুজিবলৈ টান পায়, ত'তে সহজ ভাষাৰে বুজাবলৈ যত্ন কৰিলো, লগতে টোকা ৰাখি গলো। এইদৰে শ্ৰেণীত পঢ়ুৱাবলৈ কৰা টোকাবোৰ গোটালে এখন কিতাপ হব পাৰে, এনেকুৱা ধাৰণা হল। ভবিষ্যতে এইবোৰ কিতাপ আকাৰে উলিয়াব পাৰিলে ছাত্ৰ-ছাত্ৰীবোৰৰ বৰ সুবিধা হব ; শিক্ষক সকলেও পঢ়ুৱাত সহজ পাব। এয়ে হল মোৰ কিতাপ লিখাৰ আগ্ৰহৰ জন্ম।"

ইয়াৰ পিছত দেউতা গুৱাহাটী পালেগৈ। এম-চি-এম-ই স্কুলৰ প্ৰধান শিক্ষক হল। কাৰ্জ্জন হল লাইব্ৰেৰীৰো লাইব্ৰেৰীয়ান হল। কাৰ্জ্জন হলত কাম কৰি থকা সময়খিনিত দেউতাই পঢ়িবলৈ সুযোগ



পালে। ভাবিবৰো সময় ওলাল। তেজপুৰ স্কুলত কাম কৰি থাকোঁতে যিবোৰ টোকা কৰিছিল, সেইবোৰ কিতাপ আকাৰে লিখি উলিওৱাত যত্নপৰ হল। সেইমতে এখন কিতাপ যুগুত কৰি উলিয়ালে। এই বিষয়ে দেউতাই লিখিছে—

"প্ৰথমে মিডল ইংলিচ ট্ৰেনশ্লেছন নাম দি এখন কিতাপ ছপা কৰিলো। ছপা কৰা বিষয়ত বৰুৱা এজেন্সীৰ লগত এক বিশেষ বন্দোৱস্ত কৰা হয়। কিতাপখন ছপা হোৱাৰ লগে লগে বিক্ৰী হবলৈ ধৰিলে। পাঁচখন কিতাপ ডাইৰেক্তৰ চাহাবলৈ পঠালো। কিন্তু এনেকুৱা কিতাপৰ কোনো প্ৰয়োজনীয়তা নাই বুলি কিতাপখন মঞ্জুৰ কৰা নহল।

"ইফালে ডাইৰেক্তৰ কানিংহাম চাহাবে ঠায়ে ঠায়ে স্কুল পৰি-দৰ্শন কৰিবলৈ গৈ বহুতো স্কুলৰ ছাত্ৰৰ হাতত মোৰ এই কিতাপখন দেখা পালে। সেই কাৰণে এদিন গুৱাহাটীৰ চাৰ্কিট হাউচলৈ চাহাবে মোক মাতি পঠিয়ালে। গলো। মোক দেখি তেওঁ সুধিলে,—'মই মঞ্জুৰ নকৰাতো তুমি তোমাৰ কিতাপ স্কুলত কিয় চলাইছা? মঞ্জুৰ নোহোৱা কিতাপ চলাব নাপায়।' মই উত্তৰ দিলো,—'মই চলোৱা নাই। দোকানত কিতাপ দিয়াত ল'ৰাহঁতে দেখা পাই ভাল বুলি ভাবি কিতাপখন কিনিছে। বোধকৰো ইয়াত মোৰ একো দোষ নাই। বজাৰত বহুত বস্তুৰেই বিক্ৰী হয়। যাৰ যি ভাল লাগে, তাকেই কিনে।' চাহাবে আৰু একো নকলে। মই গুচি আহিলো।"

১৯২৬ চনৰ জানুৱাৰী মাহত সেই সময়ৰ স্কুল পৰিদৰ্শক স্মল চাহাবে এম-চি-এম-ই স্কুল পৰিদৰ্শন কৰে। স্কুল পৰিদৰ্শন কৰি তেওঁ বৰ সন্তোষ পালে। যাবৰ সময়ত তেওঁ দেউতাক কলে— "আসাম ভেলীত মই বহুত মধ্য ইংৰাজী স্কুল পৰিদৰ্শন কৰিলো, কিন্তু ক'তো তোমাৰ খনৰ নিচিনা ভাল স্কুল নেদেখিলো। আশাকৰো তুমি আৰু উন্নতি কৰিবা।"

স্কুল পৰিদৰ্শকে স্কুল এৰি ওলাই যোৱাৰ লগে লগে পিয়নে চৰকাৰী চিঠি এখন দেউতাৰ হাতত দি গল। চিঠিখন আহিছে শিক্ষা-বিভাগৰ ডাইৰেক্তৰৰ পৰা। তাত লিখা আছিল—"তোমাৰ মিডল ইংলিচ ট্ৰেনশ্লেছনখন এবাৰ ভালদৰে চাই মোৰ অফিচলৈ পঠাব পাৰা।'

চিঠিখন পাই দেউতাই বৰ উৎসাহ পালে। ভাবিলে কথাটো এবাৰ স্কুল পৰিদৰ্শকক জনোৱা ভাল। এইবুলি দেউতাই চাৰ্কিট হাউচলৈ খোজ ললে। তাত খবৰ কৰি জানিব পাৰিলে চাহাব সাতদিনমান থাকিব।

পিছদিনা ৰাতিপুৱা দেউতাই এখন কিতাপ আৰু চিঠিখন লগত লৈ চাৰ্কিট হাউচ পালে। তাতে স্মল চাহাবক দেখা কৰি সকলো কথা কৈ কিতাপখন এবাৰ চকু ফুৰাই দিবলৈ অনুৰোধ জনালে। চাহাবে সানন্দে সন্মতি দিলে আৰু পাছদিনা ৰাতিপুৱা আঠমান বজাত আহিবলৈ কলে।

সেইমতে দেউতাই আকৌ স্মল চাহাবৰ লগত দেখা কৰিলে। ইতিমধ্যে তেওঁ কিতাপখন চাই অন্ত কৰিছে। তেওঁ দিহা দিলে কিতাপখন চাৰিভাগ কৰি তৃতীয় শ্ৰেণীৰ পৰা ষষ্ঠ শ্ৰেণীলৈ চাৰি শ্ৰেণীৰ বাবে বেলেগে বেলেগে ছপাই উলিয়াবলৈ। কিতাপখনৰ লিখাৰ ধৰণ দেখি স্মল চাহাব বৰ সন্তুষ্ট হল। তেওঁ নিজেই কলে—"এনে ধৰণৰ কিতাপ থাকিলে স্কুলবোৰ পৰিদৰ্শন কৰাত মোৰ বৰ সুবিধা হব।" চেগ বুজি দেউতাই অনুৰোধ জনালে—"আপোনাৰ যদি আপত্তি নাথাকে, কিতাপখন আপুনি ৰিভাইচ কৰি দিয়া বুলি কিতাপত উল্লেখ কৰিব খোজো।" তেওঁ ততালিকে উত্তৰ দিলে—"আপত্তিৰ কোনো কাৰণ নেদেখো।"

স্মল চাহাবৰ পৰামৰ্শ অনুযায়ী কিতাপখনৰ চাৰিটা ভাগ কৰি প্ৰতি শ্ৰেণীৰ বাবে একোখনকৈ চাৰিখন কিতাপ লিখি উলিয়ালে। তাৰ পিছত বৰুৱা এজেন্সীৰ লগত বন্দোৱস্ত কৰি ছপাৰ বাবে



কিতাপ কেইখন কলিকতালৈ পঠোৱা হল। সময়ত কিতাপ চাৰিখন ছপা হৈ আহিল। শিক্ষা-বিভাগৰ ডাইৰেক্তৰলৈ পাঁচখনকৈ পঠোৱা হল।

দুমাহমান পিছত অসম গেজেটত পাঠ্য পুথিৰ তালিকা এখন ওলাল। সেই তালিকাত দেউতাই লিখা কিতাপ চাৰিখনৰ নামো আছিল। তাকে দেখি দেউতাই বৰ আনন্দ পালে। দেউতাই লিখা কিতাপ পাঠ্যপুথি হল। সেয়া ১৯২৭ চনৰ কথা।

ট্ৰেনশ্লেচন চাৰিখন পাঠ্যপুথি হোৱা দেখি দেউতাই এইবাৰ মন দিলে গ্ৰামাৰ চাৰিখন লিখিবলৈ। সেই বছৰ গৰমৰ বন্ধটো দেউতাই সপৰিয়ালে ছিলঙত কটালে। সেই সুযোগতে গ্ৰামাৰ কেইখন লিখি ছিলঙতেই স্মল চাহাবক দেখুৱালে। কিতাপ কেইখন চাই তেওঁ সন্তোষ প্ৰকাশ কৰিলে। যথা সময়ত কিতাপ ছপা হৈ আহিল আৰু পাঠ্যপুথিৰ তালিকাভুক্ত হল। তেতিয়া ১৯২৯ চন।

ইয়াৰ পিছত দেউতাই লিখিবলৈ আৰম্ভ কৰিলে কম্পোজিচন চিৰিজটো। ১৯৩১ চনৰ গৰমৰ বন্ধত দেউতা সপৰিয়ালে গৈ ছিলং পালে। তাতেই বন্ধটো কটোৱাৰ লগতে কিতাপ চাৰিখনো লিখি উলিয়ালে। এই কেইখন কিতাপো স্মল চাহাবে চাই দিলে। স্মল চাহাব তেতিয়া শিক্ষা-বিভাগৰ ডাইৰেক্তৰ। যথা সময়ত কিতাপ ছপা হৈ ওলাল, পাঠ্যপুথি বুলি পৰিগণিত হল।

এইদৰে ১৯৩১ চনত দেউতাৰ বাৰখন কিতাপ পাঠ্যপুথি হল। সেই সময়ত গ্ৰামাৰ, ট্ৰেনশ্লেচন আৰু কম্পোজিচনৰ অন্য কিতাপ নাছিল। দেউতাৰ কিতাপ কেইখন গোটেই অসম উপত্যকাতে চলিছিল। কিতাপ কেইখনে যথেষ্ট সমাদৰ লাভ কৰিছিল। এতিয়াও বয়সস্থ বহুতো মানুহৰ মুখত কিতাপ কেইখনৰ প্ৰশংসা শুনা যায়।

বাৰখন কিতাপ পাঠ্যপুথি হল সঁচা, কিন্তু সেইবোৰ সৰহীয়াকৈ ছপোৱাটোও এটা সমস্যা। তেতিয়া দেউতাৰ হাতত টকা

একেবাৰে নাই। আনকি ধাৰহে আছে। অন্য একো উপায় নেদেখি গুৱাহাটীৰ পানবজাৰৰ থকা ঠাইডোখৰ ঘৰবে সৈতে বন্ধক দি বেঙ্কৰ পৰা তেত্রিশ শ টকা ধাৰলৈ ললে। এই টকাৰ পৰা ৫০০৲ টকাৰে আগৰ ধাৰ মাৰি বাকী ২৮০০৲ টকা কিতাপ ছপোৱা কামত খৰচ কৰে। এই ৩৩০০৲ টকাৰ সূত মাহে শতকৰা ১।০ অনা হাৰে দিব লাগিছিল। যি নহওক কিতাপ ছপা হৈ আহিল, বিক্রীও হবলৈ ধৰিলে, হাতলৈ টকাও আহিল।

এনেকৈয়ে আৰম্ভ হল পাঠ্যপুথি লিখা কাম আৰু নিজৰ পাঠ্যপুথিৰ ব্যৱসায়। তাৰ পিছৰ পৰা ১৯৫৬ চনলৈকে এই সুদীর্ঘ কালছোৱাত দেউতাই বহুতো পাঠ্যপুথি লিখিছে। তাৰে কিছুমান পাঠ্যপুথি হিচাপে মঞ্জুৰ হৈছে, কিছুমান হোৱা নাই। সেই পাঠ্যপুথিবোৰৰ ভিতৰত অসমীয়া ৰচনাৰ পুথি, ব্যাকৰণ, সাহিত্য, গণিত আদি নানা ধৰণৰ পুথি আছে।

এইখিনিতে এটা কথা উল্লেখ কৰিব পাৰি, দেউতাই ব্যৱসায়িক মনোবৃত্তি লৈ পাঠ্যপুথিবোৰ ৰচনা কৰা নাছিল। ছাত্র আৰু শিক্ষকৰ সুবিধাৰ বাবে, অসমীয়া কিতাপৰ অভাব পূৰণৰ বাবেহে তেনেবোৰ কিতাপ লিখিছিল। আমি সকৰে পৰা দেখি আহিছো, প্রতি বছৰে প্রতিখন কিতাপ দেউতাই বৰ ভালদৰে পঢ়ে। কিবা যোগ কৰিব পাৰি নেকি, উন্নত কৰিব পাৰি নেকি চিন্তা কৰে। ফলত কিতাপবোৰ পুনৰ মুদ্রিত হোৱাৰ লগে লগে উন্নত হৈ আহিল।

ব্যৱসায়ৰ কথা ভাবি দেউতাই কিতাপ নিলিখা নহয়। দুখনমান লিখিবলৈ আৰম্ভ কৰিছিল। ছপাও কৰিছিল। কিন্তু সেইবোৰ কিতাপ দেউতাৰ নিজৰ বিষয়ৰ নাছিল। গতিকে দেউতাই সেই কেইখন কিতাপ মন দি লিখিব পৰা নাছিল। লিখিব লাগে, লিখিছিল। ফলত কিতাপ কেইখন ভাল নহল। কাৰো সমাদৰ নাপালে। তেতিয়াৰ পৰা আৰু দেউতাই তেনে ধৰণৰ কোনো কিতাপ লিখিবলৈ যত্ন কৰা নাই।



ছাত্র-ছাত্রীৰ সুবিধাৰ বাবে দেউতাই আৰু কেইবাখনো কিতাপ লিখে। তাৰ ভিতৰত উল্লেখযোগ্য এখন হল এংলো-আচামীজ ৱার্ড বুক। এইখন সৰু অভিধানৰ নিচিনা। সদায়ে লাগি থকা ইংৰাজী শব্দবোৰ অসমীয়া প্রতিশব্দৰে সৈতে দিয়া আছিল। এসময়ত এইখন কিতাপ স্কুলীয়া ল'ৰাৰ সঙ্গী আছিল। দেউতাৰ মৃত্যুৰ পিছতো এইখন কিতাপ ভাল দৰে ছপা কৰি উলিয়াবলৈ বহুতেই আমাক অনুৰোধ কৰিছিল।

আন এখন কিতাপ হল সহজ ইংৰাজী শিক্ষা। এইখন কিতাপ অন্য এচাম মানুহৰ বৰ প্রিয় আছিল। যিসকলে নিজে নিজে সহজে ইংৰাজী অলপ অচৰপ শিকিব খোজে, সেই সকলে সঁচাকৈয়ে এইখন কিতাপ পঢ়ি উপকৃত হৈছিল।

১৯৪০ চনৰ যুদ্ধৰ সময়ত বহুতো অনা-অসমীয়া মানুহেৰে অসম ভৰি পৰিছিল। সেই সকলৰ কিছুমানে হিন্দি জানে, কিছুমানে ইংৰাজী জানে। তেনে ধৰণৰ মানুহক অসমীয়া শিকিবলৈ আৰু অসমীয়া মানুহে ইংৰাজী বা হিন্দি শিকিব পৰাকৈ দেউতাই এখন কিতাপ লিখি উলিয়ায় হিন্দি জনা মানুহ এজনৰ সহযোগিতাত। কিতাপখনৰ নাম ৰোমান হিন্দি টিচাৰ। সেই সময়ত এইখন কিতাপে যথেষ্ট সমাদৰ লাভ কৰিছিল।

পাঠ্যপুথি লিখক আৰু কৃতী শিক্ষক হিচাপেই দেউতা অসমীয়া সমাজত সুপৰিচিত। কিন্তু পাঠ্যপুথিৰ বাহিৰেও দেউতাই কেইবাখনো কিতাপ লিখে। তেনে ধৰণৰ কিতাপৰ সংখ্যাও একুৰি মানেই হব। সেইবোৰৰ বেচি ভাগেই ধৰ্ম্মমূলক। প্রায় প্রতিখন কিতাপ লিখাৰ গুৰিতেই সৰু সৰু ঘটনা একোটা জড়িত হৈ আছে।

দেউতাৰ প্রথম প্রকাশিত পুথি মহাপুৰুষ। ছাত্র অৱস্থাতেই বৰপেটা আৰু মাজুলীলৈ ফুৰিবলৈ গৈ এনেয়ে বহি নাথাকি শ্রীমন্ত শঙ্কৰ মাধৱৰ বিষয়ে সংগ্ৰহ কৰা টোকাবোৰ অম্বিকানাথ বৰাদেৱ আৰু বিহগী কবি চৌধাৰীদেৱৰ পৰা উৎসাহ পাই কিদৰে মহাপুৰুষ

নামৰ কিতাপখন ছপাই উলিয়ালে, সেই কথা আগতেই উল্লেখ কৰি অহা হৈছে।

আই-এ পৰীক্ষা দি দেউতাই মাজুলীলৈ গৈ অধ্যাপক লক্ষ্মীনাৰায়ণ চট্টোপাধ্যায়ৰ উপদেশ মতে টলষ্টয়ৰ গল্প কেইটামানৰ অসমীয়া ভাঙনি কৰে। ১৯২৫ চনত দেউতাই পঞ্চতীর্থ নাম দি সেই গল্প পাঁচোটা কিতাপ আকাৰে ছপা কৰাৰ কথা ভাবে। এনে সময়তে গুৱালকুছি গাৱঁৰ ছাত্ৰবোৰে লগ লাগি ছাত্ৰ সন্মিলন এখন পাতে। সন্মিলনৰ উদ্যোক্তা সকলে দেউতাৰ পঞ্চতীৰ্থখন ছপোৱাৰ আগ্ৰহ প্ৰকাশ কৰে। সেইমতে কিতাপ প্ৰেছলৈ গল। কিন্তু ছাত্ৰ সন্মিলনে মূৰকত টকা দিব নোৱাৰিলে। দেউতাই নিজৰ খৰচতেই কিতাপখন ছপাই উলিয়ালে। তথাপি ছাত্ৰসকলক উৎসাহ দিবলৈ তেওঁলোককেই প্ৰকাশক কৰা হল। সেই দিনতো এইখন কিতাপৰ এহেজাৰ কপি সোনকালেই বিক্ৰি হৈ যায়।

১৯৩৯ চনৰ গৰমৰ বন্ধত দেউতা সপৰিয়ালে পুৰীলৈ যায়। তাত এমাহমান থাকে। সেই কেইদিনত পুৰী সম্বন্ধে কিছুমান কথা টুকি থয়। পিছত পুৰীৰ পৰা ঘৰলৈ আহি সেই টোকাবোৰ বহলাই 'শ্ৰীক্ষেত্ৰ' নাম দি কিতাপ এখন লিখি ছপা কৰি উলিয়ায়। কিতাপখন ভ্ৰমণ বৃত্তান্তমূলক। সেই সময়ত এনে ধৰণৰ ভ্ৰমণ বৃত্তান্তমূলক কিতাপৰ সংখ্যা বৰ তাকৰ আছিল।

১৯৩৮ চনত কটন কলেজৰ ছাত্ৰসকলে জন্মাষ্টমী উপলক্ষে এখন আলোচনা সভাৰ আয়োজন কৰে। সভাত সভাপতিত্ব কৰে সেই সময়ৰ কটন কলেজৰ অধ্যক্ষ সতীশচন্দ্ৰ ৰায়ে। নিৰ্দ্দিষ্ট বক্তাৰূপে দেউতাই সেই সভাত যোগ দিয়ে। দেউতাই দীঘলীয়া প্ৰবন্ধ এটি লিখি পাঠ কৰে। কেইবাজনো অধ্যাপকে প্ৰবন্ধটোৰ প্ৰশংসা কৰে। তাকে দেখি দেউতাই সেই প্ৰবন্ধটোকে বহলাই 'জন্মাষ্টমী' নাম দি কিতাপ এখন ছপা কৰি উলিয়ায়।

গুৱালকুছিৰ হাটী সত্ৰৰ লগত দেউতাহঁতৰ পৰিয়ালৰ সম্বন্ধ



বহুদিনীয়া। এইখন কেৰলীয়া সত্ৰ। সত্ৰৰ অধিকাৰসকলৰ ভিতৰত সাধু বুদৰাম মহন্ত এগৰাকী প্ৰখ্যাত পুৰুষ। এইজনা অধিকাৰৰ নামানুসাৰেই বৰ্ত্তমানে গুৱালকুছিত বুদৰাম কলেজ প্ৰতিষ্ঠা হৈছে। এই মহাপুৰুষজনাৰ কৰ্ম্মবহুল জীৱনে দেউতাৰ জীৱনতো প্ৰভাৱ পেলাইছিল। সেই গুৰুজনাৰ সোঁৱৰণত দেউতাই এখন কিতাপ লিখে, 'সাধু বুদৰাম মহন্ত'। ১৯৩৮ চনত এইখন ছপা হৈ ওলায়। সেই সময়তে 'চতুৰ্বৰ্গ' নাম দি আন এখন পুস্তিকা প্ৰকাশ কৰে।

অসম সাহিত্য সভাৰ ১৭শ অধিবেশন গুৱাহাটীত বহে। সন্মিলনৰ প্ৰতিনিধিবৰ্গক উপহাৰ দিয়াৰ মানসেৰে দেউতাই এখন কিতাপ লিখি ছপা কৰে। কিতাপখনৰ নাম 'মানৱ জ্যোতি'। সাহিত্য সভা পতাৰ উৎসাহতেই সেই সময়ত 'সাহিত্য তত্ত্ব' নাম দি আন এখন কিতাপ ছপা কৰে।

লক্ষ্ণৌ আৰু আহমেদাবাদত বহা অল ইণ্ডিয়া ওৰিয়েন্টেল কনফাৰেন্সলৈ গৈ তাত অসমৰ বৈষ্ণৱ ধৰ্ম্ম আৰু শ্ৰীমন্ত শঙ্কৰ মাধৱৰ বিষয়ে দেউতাই প্ৰবন্ধ পাঠ কৰে। সভাৰ পিছত ভাৰতৰ কেইবাগৰাকীও প্ৰসিদ্ধ পণ্ডিতে দেউতাৰ লগত শঙ্কৰদেৱৰ ধৰ্ম্ম আৰু দৰ্শন সম্বন্ধে আলোচনা কৰে। সেই সকলৰ ভিতৰত এম, এচ, কৃষ্ণস্বামী আয়েঙ্গাৰো আছিল। তেখেতে দেউতাক কলে যে অসমত প্ৰচলিত ধৰ্ম্মমতবোৰ সম্বন্ধে তেখেত সকলে একোকে নাজানে। অসমীয়া ভাষাত নিশ্চয় তেনে বহুতো পুথি আছে। কিন্তু অসমীয়া ভাষা নজনাসকলে সেই পুথিবোৰ পঢ়াৰ সুযোগ নাপায়। গতিকে শঙ্কৰ-মাধৱৰ কোনো কিতাপ হিন্দি বা ইংৰাজীত অনুবাদ কৰি উলিওৱাটো ভাল কাম হব।

এই কথাষাৰে দেউতাৰ মনত নতুন ভাব এটা ওপজালে। কোনখন কিতাপ কেনেকৈ ভাঙনি কৰিলে ভাল হব তাকে ভাবিবলৈ ধৰিলে। শেষত নাম-ঘোষাখনকেই হিন্দি আৰু ইংৰাজীলৈ অনুবাদ কৰিবলৈ ঠিক কৰিলে।

লগে লগেই কাম আৰম্ভ কৰি দিলে। এই কামত বিশেষ ভাবে সহায় কৰিলে শ্ৰীৰাধিকানন্দ চৌধুৰীদেৱে। অসমৰ অৱসৰপ্ৰাপ্ত শিক্ষাধিকাৰ সতীশচন্দ্ৰ ৰায় আৰু গুৱাহাটী বিশ্ববিদ্যালয়ত তেতিয়া অধ্যাপনা কৰি থকা শ্ৰীমহাদেৱপ্ৰসাদ আগৰৱালাদেৱেও দেউতাক এই বিষয়ত সহায় কৰিলে। ১৯৫৫ চনৰ চেপ্তেম্বৰ মাহত হিন্দি, ইংৰাজী অনুবাদ সম্বলিত নাম-ঘোষা ছপাৰ কাৰণে প্ৰেছলৈ পঠোৱা হল।

সেই বছৰ অল ইণ্ডিয়া ওৰিয়েণ্টেল কনফাৰেন্স বহে আন্নামালয় বিশ্ববিদ্যালয়ৰ সৌজন্যত। অইনবাৰৰ দৰে এইবাৰো দেউতাই সেই কনফাৰেন্সত যোগ দিয়ে আৰু এটা প্ৰবন্ধও পাঠ কৰে। প্ৰবন্ধটো আছিল 'জন্মাষ্টমী আৰু ভক্তিবাদ'। প্ৰবন্ধটো ছপাই নিয়া হৈছিল। সেইকাৰণে উপস্থিত সকলোৰে হাতে হাতে একোটাকৈ কপি দিব পৰা গল। সেই সময়ৰ ভাৰতৰ উপ-ৰাষ্ট্ৰপতি ডঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণণৰ হাততো সেই প্ৰবন্ধৰ এটা কপি পৰিলগৈ। দেউতাই লোকৰ মুখে শুনিলে ডঃ ৰাধাকৃষ্ণণে প্ৰবন্ধটো পঢ়ি ভাল পাইছে।

সেই সূত্ৰে এদিন ছেগ চাই দেউতাই ডঃ ৰাধাকৃষ্ণণৰ লগত দেখা কৰিলে। দুয়ো গৰাকীৰ মাজত ধৰ্ম্মালোচনা হল। ডঃ ৰাধাকৃষ্ণণে অতি আগ্ৰহেৰে অসমত বৈষ্ণৱ ধৰ্ম্ম, দৰ্শন, শঙ্কৰ-মাধৱৰ বিষয়ে নানান কথা সুধিলে। দেউতায়ো যি জানে কৈ গল। লগতে নাম-ঘোষাখন ইংৰাজী আৰু হিন্দিলৈ অনুবাদ কৰাৰ কথা কলে। এই কথাত তেখেতে বৰ আগ্ৰহ দেখুৱালে, দেউতাক কামত আগবাঢ়িবলৈ উৎসাহ দিলে।

নাম-ঘোষাৰ কপি এটা (অনুবাদসহ) দেউতাৰ হাততে আছিল। দেউতাই সেইখন তেখেতলৈ আগবঢ়াই দিলে। তেখেতে সেইখন হাতত লৈ প্ৰথম কেইশাৰীমান পঢ়িয়েই কলে,—"আপোনা-লোক বৰ ভাগ্যবান। কাৰণ এই প্ৰথম চাৰিশাৰীতে ধৰ্ম্মৰ সাৰ কথাখিনি লিখা আছে।"



দেউতাই ডঃ ৰাধাকৃষ্ণণক অনুৰোধ কৰে নাম-ঘোষাৰ আগ-কথাখিনি লিখি দিবলৈ। তেখেতে সানন্দে সন্মতি দিয়ে।

নাম-ঘোষাখনৰ প্ৰস্তুতিৰ বাবে দেউতাই যথেষ্ট খাটিব লগীয়া হৈছিল। ইংৰাজী, হিন্দিলৈ ভাঙনি কৰাৰ ব্যৱস্থা, টীকা লেখা, প্ৰুফ চোৱা, টকা যোগাৰ কৰা, সকলোখিনি কামকে কৰিব লগীয়া হৈছিল। সেই সময়খিনিত দিনে-নিশাই দেউতাৰ সেই একেটা চিন্তাই আছিল, কেনেকৈ নাম-ঘোষাখন উলিয়াব পৰা যায়। কেনেকৈ অসমীয়াৰ এই বহুমূলীয়া পুথিখনৰ কথা বাহিৰতো প্ৰচাৰ কৰিব পাৰি।

দুখৰ বিষয় দেউতাই সেইখন, কিতাপ আকাৰে দেখি নগল। নাম-ঘোষাৰ ছপা হোৱা ফৰ্ম্মাবোৰ সাধাৰণভাবে বান্ধি দেউতাক দেখুৱা হৈছিল।

দেউতা তেতিয়া ৰোগশয্যাত। কিতাপখন হাতত ললে। পাত লুটিয়ালে। তাৰ পিছত কিতাপখন জপাই হাতত লৈ অলপ পৰ চকু মুদি মনে মনে থাকিল। দুচকুৰ কোণেৰে দুটোপাল পানী বাগৰি আহিল। তাৰ পিছত সেইখন ঘূৰাই দিলে। আমি কোনেও নাজানিলো সেই অশ্ৰু কিহৰ।

দেউতাৰ প্ৰথম আশা পূৰণ হল। অৰ্থাৎ কিতাপখন ছপা হৈ ওলাল। কিন্তু দ্বিতীয় আশা আমি পূৰণ কৰিব নোৱাৰিলো। কিতাপখন প্ৰচাৰ কৰিব পৰা নগল। দেউতা থকা হলে কিতাপ-খনৰ বিষয়ে যিদৰে ভাবিলেহেঁতেন, প্ৰচাৰৰ বাবে যিদৰে চেষ্টা কৰিলেহেঁতেন, সেই দায়িত্ব লব পৰা আমাৰ মাজৰ পৰা কোনো নোলাল।

দেউতাৰ কৰ্ম্মবহুল জীৱনৰ পৰ্য্যালোচনা কৰিলে দেখা যায় যে সৰুৰেপৰাই দেউতাই ৰাজহুৱা কাম কৰি, বিভিন্ন অনুষ্ঠানৰ লগত সক্ৰিয়ভাবে জড়িত হৈ, সভাই-সমিতিয়ে যোগদান কৰি বিশেষ আনন্দ লাভ কৰিছিল।

সোণাৰাম হাইস্কুলত তৃতীয় শ্ৰেণীত পঢ়োঁতেই একতা সভাই পতা শ্ৰীশঙ্কৰদেৱৰ তিথিত দেউতাই ৰচনা পাঠ কৰাৰ কথা আগতেই উল্লেখ কৰি অহা হৈছে। সেই সময়ত স্কুলত সপ্তাহে সপ্তাহে বহা আলোচনা সভাৰ সম্পাদক আছিল দেউতা। কলেজত পঢ়িবলৈ লৈ একতা সভা, এ-এচ-এল ক্লাব, বিতৰ্ক সভা আদিত আগভাগ লোৱাৰ কথাও আগতেই উল্লেখ কৰি অহা হৈছে। বৰ্দ্ধমানত বহা বঙ্গীয় সাহিত্য পৰিষদৰ অধিবেশনত যোগদান কৰাৰ কথাও কৈ অহা হৈছে।

চাকৰি জীৱনত সোমায়ো দেউতাই আগৰদৰেই সভা-সমিতিত যোগ দিবলৈ নেৰিলে। তেজপুৰত থকা দিনকেইটাত দেউতাই কিদৰে অফিচাৰ বেঙ্ক খুলি তাৰ ছেক্ৰেটাৰী পদৰ দায়িত্ব ললে, সম্পাদকৰ দায়িত্ব লৈ কিভাবে অঃ ভাঃ উঃ সাঃ সভাক সঞ্জীৱিত কৰিলে, সাৰস্বত সভা গঠন কৰি সম্পাদক হল, এইবোৰ কথা আগতেই উল্লেখ কৰি অহা হৈছে।

১৯২৯ চনত দেউতা গুৱাহাটীত অঃ ভাঃ উঃ সাঃ সভাৰ সম্পাদক নিৰ্ব্বাচিত হয়। সেই সময়তে দেউতাই কামৰূপ অনু-সন্ধান সমিতিৰ লগতো জড়িত হৈ পৰে। দেউতাই লিখিছে—"তেতিয়াৰ পৰাই অসম সাহিত্য সভাৰ সভ্য হৈ ঠায়ে ঠায়ে হোৱা অসম সাহিত্য সভাত যোগ দিওঁ। সাহিত্য সন্মিলনত যোগ দিয়াৰ লগতে অসমৰ প্ৰায় সকলো নগৰলৈকে যোৱা হয় আৰু বহুত মানুহৰ লগত পৰিচয় হয়।"



১৯৩৩ চনত বৰোদাত অল ইণ্ডিয়া ওৰিয়েণ্টেল কনফাৰেন্স বহে। গুৱাহাটীৰ অনুসন্ধান সমিতিৰ প্ৰতিনিধিৰূপে সেই সন্মিলনত যোগ দিয়ে কটন কলেজৰ তেতিয়াৰ অধ্যাপক শ্ৰীদিবাকৰ গোস্বামীদেৱ, শ্ৰীহেৰম্বকান্ত বৰপূজাৰী ( তেতিয়া তেখেত কলেজৰ ছাত্ৰ ) আৰু দেউতাই। ওৰিয়েণ্টেল কনফাৰেন্সত যোগ দিয়া দেউতাৰ এয়ে প্ৰথম। সভাৰ বিৰাট আয়োজন দেখি দেউতা মুগ্ধ হয়। ভাৰতৰ পণ্ডিতসকলক লগ পাই, তেখেতসকলৰ আলোচনা শুনি বিশেষ উপকৃত হয়। লগতে বৰোদালৈ গৈ ভ্ৰমণৰ মাজেৰে নানান কথা শিকে। তেতিয়াৰ পৰা সুবিধা পালেই দেউতাই ওৰিয়েণ্টেল কনফাৰেন্সত যোগ দিছিলগৈ।

অসম সাহিত্য সভাৰ ১৭শ অধিবেশন গুৱাহাটীত বহে। সেই উদ্দেশ্যে এখন অভ্যৰ্থনা সমিতি পতা হয়। সভাপতিৰ বাব গ্ৰহণ কৰে লোকপ্ৰিয় গোপীনাথ বৰদলৈদেৱে। যুটীয়া সম্পাদকৰ দায়িত্ব পৰে মৌঃ মহম্মদ মহিবুল্লা, উমেশচন্দ্ৰ চৌধাৰী আৰু দেউতাৰ গাত। এই বিষয়ে দেউতাই লিখিছে,—"মূল সভাৰ সভাপতি আছিল শ্ৰীকৃষ্ণকান্ত সন্দিকৈদেৱ। ৰাইজৰ সহানুভূতি আৰু উৎসাহৰ গুণত এইবাৰ সাহিত্য সভাৰ সন্মিলন আনবাৰতকৈ বহুতগুণে ভালভাবে আৰু সুচাৰুৰূপে সমাধা হয়। আৰু এটা বিশেষত্ব হৈছে এখন প্ৰবন্ধাৱলী প্ৰকাশ কৰা। এই সন্মিলনৰ যুটীয়া সম্পাদক হৈ কামৰ দায়িত্ব মোৰ গাত পৰাত বহু কথা শিকিব পাৰিলো। মই কাৰ্জ্জন হলত কাম কৰাৰ কাৰণে বহুত সুবিধা পাইছিলো। সকলো কাম সুকলমে সম্পন্ন হোৱাত বৰ সন্তোষ পাওঁ।"

১৯৩৮ চনত দেউতাই দেউতাৰ বিমাতৃ-ভ্ৰাতাৰ কন্যাক পাত্ৰস্থ কৰিবলৈ গুৱালকুছি গাৱঁলৈ যায়। সেই সময়ত গাৱঁৰ কলিতাসকলে লগ লাগি মেল এখন পাতে। তালৈ দেউতাকো নিমন্ত্ৰণ জনোৱা হয়। তেওঁলোকৰ ইচ্ছা কলিতা সমাজ এখন গঠন কৰি কলিতা

লোকসকলৰ উন্নতি সাধন কৰা। সেই সমাজখন কেনেকৈ পাতিব পাৰি, কেনেকৈ চলাব পাৰি, নিয়মাৱলী কেনে হোৱা উচিত, ইত্যাদি সকলো ঠিক কৰি দিবলৈ সভাই দেউতাক অনুৰোধ জনায়। সাতদিনৰ ভিতৰত সেই সকলোবোৰ ঠিক-ঠাক কৰা হোৱাৰ পিছত 'শুৱালকুছি কলিতা সমাজ' নাম দি এখন সমাজ গঠন কৰা হয়। সভাপতিৰ পদ গ্ৰহণ কৰে দেউতাই।

এম-ই আৰু এম-ভি স্কুলৰ শিক্ষকসকলৰ সন্মিলন এখন পতাৰ বিষয়ে ১৯৩৭ চনৰ পৰাই গুণা-গঠা কৰা হয়। শেষত ১৯৩৯ চনৰ ডিচেম্বৰ মাহত সেই সন্মিলন পাতিবলৈ ঠিক কৰা হয়। তাৰ সভাপতি নিৰ্ব্বাচিত হয় দেউতা। গুৱাহাটীৰ কাৰ্জ্জন হলত এই সন্মিলন বহে। সভাপতিত্ব কৰে শৰৎচন্দ্ৰ গোস্বামীদেৱে। বিভিন্ন জিলাৰ বহুতো প্ৰতিনিধিয়ে এই সন্মিলনত যোগ দিয়ে।

১৯৪১ চনত অল ইণ্ডিয়া ওৰিয়েণ্টেল কনফাৰেন্স হায়দৰাবাদত বহে। তাত দেউতাই কামৰূপ অনুসন্ধান সমিতিৰ এজন প্ৰতি-নিধিৰূপে যোগ দিয়ে।

১৯৩৭ চনত মিউনিচিপাল টিচাৰ বেঙ্ক এটা খোলা হয়। সেই বেঙ্কৰ সভাপতিৰ দায়িত্ব লয় দেউতাই।

১৯৪২ চনত দ্বিতীয় মহাসমৰৰ বাবে খোৱা বস্তুৰ অভাৱ হয়। বস্তু-বাহানিৰ দামো বাঢ়িবলৈ ধৰে। সেইকাৰণে ঠায়ে ঠায়ে কো-অপাৰেটিভ ষ্টোৰচ্ খুলিবলৈ চৰকাৰৰ ঘৰৰ পৰা উৎসাহ দিয়া হয়। গুৱাহাটীত কেইবাখনো তেনে ধৰণৰ ষ্টোৰচ্ খোলা হয়। পানবজাৰত পানবজাৰ কো-অপাৰেটিভ ষ্টোৰচ্ স্থাপন কৰা হয়। তাৰ ছেক্ৰেটাৰীৰ দায়িত্ব বহন কৰিবলগীয়া হয় দেউতাই। পিছৰ বছৰ গুৱাহাটীৰ সকলোবোৰ কো-অপাৰেটিভ ষ্টোৰচক লৈ এখন ইউনিয়ন গঠন কৰা হয়। সেই ইউনিয়নৰ ছেক্ৰেটাৰীৰ দায়িত্বও দেউতাৰ গাতে পৰে। সেই সময়ত খাদ্যৰ অনাটনৰ বাবে খাদ্যবস্তু যাতে সকলোৱে পায় তাৰ প্ৰতি চৰকাৰে লক্ষ্য ৰাখিবলৈ যত্ন



কৰে। সেই উদ্দেশ্যে ১৯৪৪ চনত ফুড কণ্ট্ৰোল এডভাইচৰী কমিটী এখন চৰকাৰৰ দ্বাৰা গঠন কৰা হয়। সেই কমিটীৰ এজন সভ্যৰূপে দেউতাকো নিয়োগ কৰা হয়।

১৯৪৬ চনত গুৱাহাটীত 'মহাপুৰুষীয়া ধৰ্ম্ম সমাজ' এখন গঠন কৰা হয়। এই সমাজৰ সম্পাদকৰ দায়িত্ব লয় দেউতাই। এই সভাৰ জৰিয়তে গুৱাহাটীৰ টকৌবাৰী সত্ৰত শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্মোৎসৱ বৰ ধুম-ধামেৰে পতা হয়। এই সমাজৰ সভাপতি আছিল কালিৰাম মেধি ডাঙৰীয়া।

১৯৪৭ চনত গুৱাহাটীত অসম জাতীয় উৎসৱ সমিতি গঠন কৰা হয়। এই সমিতিৰ উদ্দেশ্য হৈছে জাতীয় উৎসৱবোৰ ধুম-ধামেৰে পালন কৰা। সেই সমিতিৰ সম্পাদক নিৰ্ব্বাচিত হয় দেউতা। সভাপতিৰ দায়িত্ব গ্ৰহণ কৰে শ্ৰীকালিৰাম বৰ্ম্মণদেৱে। এই সমিতিৰ তৰফৰ পৰা প্ৰায় সকলোবোৰ উৎসৱেই পানবজাৰৰ হৰিসভাত পালন কৰা হয়।

১৯৪৯ চনত গুৱাহাটীৰ শ্ৰীমন্ত শঙ্কৰ সংস্কৃতি আৰু সমাজ সেৱা প্ৰচাৰ সমিতি গঠন কৰা হয়। এই সমিতিৰ সভাপতিৰ পদ গ্ৰহণ কৰে লোকবন্ধু ডঃ ভুবনেশ্বৰ বৰুৱাদেৱে। দেউতা আৰু অধ্যাপক চন্দ্ৰনাথ বড়াদেৱে যুটীয়াকৈ সম্পাদকৰ দায়িত্ব বহন কৰে।

১৯৪৯ চনত কোচবিহাৰত শ্ৰীমন্ত শঙ্কৰদেৱৰ পঞ্চশত বাৰ্ষিকী জন্মোৎসৱ পালন কৰা হয়। মধুপুৰ সত্ৰত উৎসৱ পালনৰ আয়োজন কৰা হয়। তাত বৰপেটা, বৰদোৱা, শুৱালকুছি, কমলাবাৰী, আউনিআটী, যোৰহাট, গোলাঘাট আদি নানান ঠাইৰ মানুহ গোট খাইছিল। দেউতাও গৈছিল। তাত সকলোৱে গুৰুজনাৰ সেৱাৰ বস্তু দৰ্শন কৰে।

তেতিয়া মধুপুৰ সত্ৰৰ অৱস্থা শোচনীয়। ঘৰ-দুৱাৰ ভাগি ছিগি আছিছে, সত্ৰৰ অৱস্থাও বেয়া হৈ গৈছে। সেইকাৰণে উপস্থিত থকা সকলোৱে নিজে, যেয়ে যি পাৰে, সত্ৰখন পুনৰ নিৰ্ম্মাণ কৰিবলৈ টকা দান

দিবলৈ ধৰিলে। তাতেই প্ৰায় তিনি হেজাৰমান টকা গোট খালে। প্ৰতিশ্ৰুতি দিয়া টকাৰ পৰিমাণো প্ৰায় দুহেজাৰ মানেই হল।

তাকে দেখি সত্ৰখনৰ উন্নতিৰ কাম নিয়াৰিকৈ চলাবলৈ এটা কমিটী গঠন কৰা হল। সমিতিৰ সভাপতিৰ পদ গ্ৰহণ কৰিলে বাগ্মীবৰ নীলমণি ফুকনদেৱে। সম্পাদকৰ দায়িত্ব ললে দেউতাই।

১৯৫১ চনত ছিলঙৰ ৰাজভৱনত অসম সঙ্গীত নাটক একাডেমীৰ সভা এখন বহে। তাত দেউতাও উপস্থিত আছিল। অসমৰ পুৰণি নাট, গীত, নাচ আদি কেনেকৈ উদ্ধাৰ কৰি সেইবোৰ সঞ্জীৱিত কৰি অসমৰ কৃষ্টি-সংস্কৃতিৰ উন্নতি সাধিব পাৰি সেই বিষয়ে তাত আলোচনা হয়। সেই সময়তেই শ্ৰীমন্ত শঙ্কৰদেৱৰ ছবি এখন ক'ৰবাত পাব পাৰিনেকি, সেই বিষয়ে প্ৰচেষ্টা চলোৱাৰ কথা ভবা হয়। ১৯৫৩ চনত ৰাজ্যপালে দেউতাক নিৰ্দ্দেশ দিয়ে শ্ৰীমন্ত শঙ্কৰদেৱৰ ছবি এখনৰ অনুসন্ধান কৰিবলৈ। সেই অনুযায়ী দেউতাই কোচবিহাৰৰ পৰা আৰম্ভ কৰি মাজুলীৰ কমলাবাৰী আদি সকলোবোৰ সত্ৰলৈকে যায়, ছবিৰ অনুসন্ধান কৰে। এই বিষয়ে এখন প্ৰতিবেদন প্ৰস্তুত কৰি ৰাজ্যপালক দিয়ে।

সেই সময়ৰ পৰাই গুৱাহাটীত ৰাজহুৱাভাবে ডাঙৰকৈ বহাগ বিহু উৎসৱ পালন কৰিবলৈ আৰম্ভ কৰা হয়। এই বিহু উৎসৱ সমিতিতো দেউতা জড়িত হৈ পৰে সক্ৰিয় ভাবেই।

১৯৫৩ চনৰ ২৬ নভেম্বৰ তাৰিখে দেউতাৰ ঘৰত কেইগৰাকীমান ধৰ্ম্মপ্ৰাণ ব্যক্তি গোট খাই সভা এখন পাতে। তাতে এই মৰ্ম্মে এটা সিদ্ধান্ত লোৱা হয়—

"আজি সন্ধিয়া পানবজাৰৰ শ্ৰীহৰমোহন দাসদেৱৰ ঘৰত আমি সকলোটিয়ে গোট খাই ভগবন্ত প্ৰভুক স্মৰি, মহাপুৰুষক চিন্তি, নামকীৰ্ত্তনৰ প্ৰাৰম্ভতে থাপনা ৰাখি, শুদ্ধচিত্তে আৰু একান্তভাবে সংকল্প কৰিলো যে যিহেতু মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ বাণীতে অসমৰ, ভাৰতৰ আৰু জগতৰ শান্তি, মুক্তি আৰু মৈত্ৰী নিৰ্ভৰ কৰিছে,



সেইহেতু এই বাণীৰ বহল প্ৰচাৰৰ নিমিত্তে যথাসাধ্য ব্যৱস্থা কৰিবলৈ যত্নবান হম।

"এই উদ্দেশ্য সফল কৰিবৰ কাৰণে তলত লিখাৰ দৰে ব্যৱস্থা হাতত লোৱা হব।

(১) সদৌ অসমবাসীৰ সহায়, সহানুভূতি আৰু সমৰ্থনেৰে অসমৰ কৃষ্টি-কেন্দ্ৰ গুৱাহাটীত এখনি বৃহৎ অনুষ্ঠান স্থাপিত কৰা হব। এই অনুষ্ঠানৰ নাম হব শ্ৰীমন্ত শঙ্কৰ ধাম।

(২) এই অনুষ্ঠান পাতিবলৈ উপযুক্ত ঠাইত ঘৰ, গ্ৰন্থশালা আদি স্থাপন কৰা হব।

(৩) এই সংঘৰ জৰিয়তে অসমৰ পৰ্ব্বতে-ভৈয়ামে মহাপুৰুষৰ বাণী প্ৰচাৰ কৰা হব।

(৪) এই সংঘৰ জৰিয়তে যথাসময়ত মহাপুৰুষৰ বাণী অসমৰ বাহিৰতো প্ৰচাৰৰ কাম হাতত লোৱা হব।

(৫) সম্প্ৰতি সংঘৰ যাৱতীয় কাম সম্পাদনা কৰিবলৈ শ্ৰীহৰমোহন দাসদেৱক ভাৰ দিয়া হল।"

এইখনত স্বাক্ষৰ কৰোঁতাসকল হল—ডঃ সূৰ্য্যকুমাৰ ভূঞা, শ্ৰীদেবেন্দ্ৰনাথ বৰা, অধ্যাপক চন্দ্ৰনাথ বৰা, শ্ৰীহৰিনাথ পাঠক চৌধুৰী, শ্ৰীকমলেশ্বৰ চলিহা, শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত বৰুৱা, শ্ৰীপ্ৰসন্ন লাল চৌধুৰী।

এইদৰে আৰম্ভ কৰি ইয়াৰ পিছত প্ৰতিষ্ঠিত হয় শ্ৰীমন্ত শঙ্কৰ কৃষ্টি বিকাশ সমিতি। সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰে দেউতাই। সভাপতিৰ পদত অধিষ্ঠিত হয় লোকবন্ধু ডঃ ভুবনেশ্বৰ বৰুৱাদেৱ।

এই অনুষ্ঠানটোক সুপ্ৰতিষ্ঠিত কৰিবলৈ দেউতাই দেহে-কেহে খাটিছিল। চৰকাৰৰ ঘৰৰ পৰা পল্টন বজাৰত কেইবা বিঘা মাটি দিয়া হৈছিল। এতিয়া তাত কাৰ্য্য-গৃহ নিৰ্ম্মাণ কৰা হৈছে। অন্যান্য কামো আৰম্ভ কৰা হৈছে। কিন্তু দেউতাই সেইবোৰ দেখি যাবলৈ নাপালে।

শ্ৰীমন্ত শঙ্কৰ কৃষ্টি-বিকাশ সমিতিৰ বিষয়ে কিবা আলোচনা কৰিবলৈ দেউতা ডঃ ভুবনেশ্বৰ বৰুৱাদেৱৰ ঘৰলৈ যায়। বৰুৱা ডাঙৰীয়াৰ ঘৰ টিলা এটাৰ ওপৰত অৱস্থিত। সেইখিনি খোজকাঢ়ি উঠি গৈ দেউতাই বৰ অস্বস্তি বোধ কৰে। আলোচনাৰ পিছত ঘৰলৈ ঘূৰি আহিয়েই শয্যা গ্ৰহণ কৰে। সেই শয্যাৰ পৰা আৰু দেউতাই উঠিবলৈ নাপালে।

দেউতা আছিল ভ্ৰমণপ্ৰিয়। ভ্ৰমণে অভিজ্ঞতা বঢ়ায়, এই কথাষাৰত দেউতাই দৃঢ়ভাবে বিশ্বাস কৰিছিল। সেয়েহে সুযোগ আৰু সময় পালেই ফুৰিবলৈ ওলাই গৈছিল। দেউতাই ভাৰতৰ ইমূৰৰ পৰা সিমূৰলৈকে ঘূৰিছে। উত্তৰে কেদাৰ-বদ্ৰীৰ পৰা দক্ষিণে ৰামেশ্বৰ সেতুবন্ধ, পশ্চিমে দ্বাৰকাৰ পৰা পূবে পৰশুৰামকুণ্ডলৈকে একোকে বাদ দিয়া নাই।

আমি আগতেই পাই আহিছো, দেউতাই সুবিধা পালেই অল ইণ্ডিয়া ওৰিয়েণ্টেল কনফাৰেন্সত যোগ দিছিল। উদ্দেশ্য দুটা। প্ৰথম, পণ্ডিতসকলক লগ পাই, আলোচনা শুনি উপকৃত হোৱা। দ্বিতীয়, ঠাই চোৱা। দেউতাই অসম সাহিত্য সভাৰ অধিবেশন বোৰত যোগ দি অসমখন ঘূৰিছিল আৰু ওৰিয়েণ্টেল কনফাৰেন্সত যোগ দি ভাৰত দৰ্শন কৰিছিল। ইয়াৰ বাহিৰে সুযোগ মিলিলেই তীৰ্থস্থানবোৰ দৰ্শন কৰিবলৈ ওলাই গৈছিল।

অসমীয়া মানুহৰ মাজত বন্ধ পালে ফুৰিবলৈ ওলাই যোৱাৰ অভ্যাস বৰ কমেই দেখা যায়। অসমৰ ভৌগোলিক অৱস্থিতিও তাৰ এটা কাৰণ হব পাৰে। বৰ্ত্তমানে অৱশ্যে অসমীয়া মানুহেও ফুৰিবলৈ আৰম্ভ কৰা দেখা গৈছে। কিন্তু দেউতাহঁতৰ দিনত সেই অভ্যাস খুব কমৰেই আছিল। কিন্তু ভ্ৰমণৰ মোল বুজি দেউতাই সেই দিনতো ফুৰিবলৈ ওলাইছিল। দেউতাৰ আৰ্থিক অৱস্থা ইমান স্বচ্ছল নাছিল যে মন কৰিলেই ক'ৰবালৈ ওলাই যাব। ভ্ৰমণৰ কাৰণে আগৰেপৰাই আচনি কৰি টকা জমা কৰিবলগীয়া হৈছিল। মায়েও এই বিষয়ত দেউতাৰ লগত সহযোগিতা কৰিছিল। দেউতা যে সদায়ে অকলে গৈছিল তেনে নহয়। সময়ে সময়ে গোটেই পৰিয়ালটোকেই লৈ ফুৰিবলৈ ওলাইছিল।

কোনো এঠাইলৈ গৈ দেউতাই তিনিটা বিষয়ত বিশেষকৈ আগ্ৰহ প্ৰকাশ কৰিছিল। প্ৰথমেই জানিবলৈ বিচাৰিছিল, সেই ঠাইখনৰ মানুহবোৰ কেনে—বিশেষকৈ ধৰ্ম্মৰ প্ৰতি তেওঁলোকৰ ধাউতি কেনেকুৱা। দ্বিতীয়তে, সেই ঠাইত শিক্ষাৰ ব্যৱস্থা কেনে। পণ্ডিত লোকসকলক দেউতাই লগ পাবলৈ যত্ন কৰিছিল। তৃতীয়তে, সেই ঠাইখনৰ লগত জড়িত হৈ থকা পুৰণি আখ্যানবোৰ জানিবলৈ চেষ্টা কৰিছিল। সেইবোৰ টোকা আকাৰে লিখি থৈ গৈছিল।

১৯৪৯ চনত দেউতাই এবাৰ মোক আৰু মোৰ দাদা এজনক লৈ পুৰীলৈ গৈছিল। তাত আমি দহদিনমান আছিলো। আবেলি সদায়ে আমি সাগৰৰ পাৰত বহো। সেই সময়ত দেউতাই পুৰীৰ মন্দিৰ নিৰ্ম্মাণ, পূজাৰ ব্যৱস্থা, মন্দিৰ পৰিচালনা আদি নানান বিষয়ে আমাৰ লগত গল্প কৰিছিল।

নতুন ঠাইলৈ গৈ দেউতাই মানুহবোৰক লগ ধৰি, তেওঁলোকে আমাৰ অসমৰ বিষয়ে কিমান কথা জানে বুজিবলৈ যত্ন কৰিছিল। মানুহবোৰৰ মনত অসমৰ বিষয়ে থকা ভ্ৰান্ত ধাৰণাবোৰ আঁতৰাবলৈ চেষ্টা কৰিছিল আলোচনাৰ মাজেৰে। সেই মানুহবোৰক অসমৰ বিষয়ে জনোৱাৰ লগতে সেই ঠাইখনৰ বিষয়েও জানি লৈছিল।

ফুৰিবলৈ গৈ যি দেখে, যি অভিজ্ঞতা হয়, তাৰ বিষয়ে টোকা ৰাখে। তেনেকৈ ৰখা টোকাৰ পৰা পিছত ভ্ৰমণ কাহিনী চমুকৈ হলেও লিখি থৈছিল। তাৰে দুই-এটা কাহিনী প্ৰকাশো কৰিছিল। 'শ্ৰীক্ষেত্ৰ' কিতাপখনত পুৰী ভ্ৰমণৰ লগতে পুৰীৰ বৰ্ণনাও আছে।

শেষ বয়সত ১৯৫৬ চনত মাক লগত লৈ দেউতা কেদাৰ-বদ্ৰীলৈ গৈছিল। এয়ে দেউতাৰ শেষ ভ্ৰমণ। ঘূৰি আহি আমাক কৈছিল হিমালয়ৰ বিষয়ে কিতাপ এখন লিখিব। টোকা কিছুমান কৰি আনিছে। ছবি কেইখনমান সংগ্ৰহ কৰিব লাগিব।

কেদাৰবদ্ৰীৰ বিৱৰণ দি হিমালয়ৰ বিষয়ে সেই কিতাপখন লিখিবলৈ দেউতাই সুযোগ নাপালে।



বদ্ৰীনাথ যাত্ৰাৰ পথত মা আৰু দেউতা

আমি আগতেই পাই আহিছো দেউতাৰ ল'ৰালি কালতেই তেওঁৰ মনত ধৰ্ম্মৰ বীজ সিঁচিছিল দেউতাৰ দেউতাক ললিতমোহন দাস আৰু পাঠশালাৰ পণ্ডিত, দেউতাৰ আদি শিক্ষাগুৰু মায়াৰাম মহন্তই। সেই বীজ অঙ্কুৰিত হৈছিল বৰপেটাত। পিছলৈ সেই গছজোপাই দেউতাৰ মনত পূৰ্ণভাবে বিকশিত হৈছিল।

দেউতাই প্ৰতিদিনে নিয়মীয়াভাবে নাম-কীৰ্ত্তন কৰাৰ কথা আগতেই উল্লেখ কৰি অহা হৈছে। দেউতাই সদায় ধৰ্ম্মগ্ৰন্থ পাঠ কৰি, সুবিধা পালেই ধৰ্ম্মালোচনা কৰি অপাৰ আনন্দ লাভ কৰিছিল। বহুতো মানুহেই দেউতাৰ লগত ধৰ্ম্ম আলোচনা কৰিবলৈ আহিছিল। বহুতে আকৌ নানা ধৰ্ম্মকথা সুধি চিঠি-পত্ৰ দিছিল। এনে ধৰণৰ চিঠি ভিতৰুৱা ঠাইৰপৰাও আহিছিল। এই কথা জানিব পাৰিলো দেউতাৰ মৃত্যুৰ পিছত। মৃত্যুৰ ছমাহমান পিছতো ভিতৰুৱা সত্ৰ কেইখনমানৰ ভকতৰ পৰা চিঠি পাইছিলো। চিঠিবোৰ দেউতাক সম্বোধন কৰিয়েই লিখা। সেই ভকতসকলে নাজানে যে ইতিমধ্যে দেউতা স্বৰ্গগামী হল। চিঠিবোৰত কিছুমান প্ৰশ্ন আছিল, কিছুমানত ধৰ্ম্ম ব্যাখ্যা বিচাৰিছিল।

শুৱালকুছিৰ ভকত এজনে এবাৰ কৈছিল,—"বহুতৰে মুখত ধৰ্ম্ম কথা শুনিছো। কিন্তু ধৰ্ম্মৰ ব্যাখ্যা কৰি কৰি ধৰ্ম্মভাৱত আপ্লুত হৈ পৰা বৰ কমকেই দেখিছো। তোমাৰ দেউতাৰাই ধৰ্ম্মকথা কৈ কৈ নিজকে পাহৰি গৈছিল। ধৰ্ম্ম ভাৱত আপোন-পাহৰা হৈ গৈছিল। কেতিয়াবা ছুচকুৰে ছুধাৰি চকুলোও বৈ আহিছিল।"

আন এজন ভকতে কৈছিল,—"তোমাৰ দেউতাৰাই কোৱা কথাবোৰ তেওঁৰ নিজৰ প্ৰাণৰ কথা। নিজে যেন উপলব্ধি কৰিছে।

নিজে সেই কথাত অকল বিশ্বাসেই কৰা নাই, মানিও চলিছে। সেইবোৰ তেওঁৰ মৌখিক কথা নহয়।"

আগতে উল্লেখ কৰি অহা হৈছে দেউতাই লিখা কিতাপবোৰক প্ৰধানকৈ ছুভাগত ভাগ কৰিব পাৰি। তাৰে এভাগ ধৰ্ম্ম পুথি। দেউতাই কেইবাখনো ধৰ্ম্মপুথি লিখিছিল। ধৰ্ম্মপ্ৰচাৰৰ বাবে, ভকত সকলৰ সুবিধাৰ বাবে, পকেট নামঘোষা এখন ছপাই উলিয়াইছিল। এইখন বিক্ৰি কৰাতকৈ বেছি ভাগ বিলায়েই দিছিল।

দেউতাই সদায়ে উপলব্ধি কৰিছিল যে অসমৰ বৈষ্ণৱ ধৰ্ম্ম, বৈষ্ণৱ গ্ৰন্থ, বৈষ্ণৱ দৰ্শন, অসমৰ বাহিৰত প্ৰচাৰিত হোৱা নাই। সেইকাৰণে ওৰিয়েণ্টেল কনফাৰেন্সলৈ গৈ সুবিধা পালেই বৈষ্ণৱ ধৰ্ম্ম দৰ্শনৰ বিষয়ে প্ৰবন্ধ পাঠ কৰিছিল। নামঘোষাখন ইংৰাজী আৰু হিন্দিলৈ অনুবাদ কৰাৰ উদ্দেশ্যও এইটোৱেই।

ঈশ্বৰত দেউতাৰ অগাধ বিশ্বাস আছিল। কোনো বিপদ আপদ হলে, ভাবনা-চিন্তাই আগুৰি ধৰিলে, দেউতাই সদায়ে কৈছিল, বিপদ আপদ, চিন্তা-ভাৱনা ভগবানে যেনেকৈ আনিছে, তেনেকৈ দূৰো কৰিব। ভগবানৰ ওপৰত সকলো এৰি দি বহি থাকিছিল।

দেউতাই নিজৰ জীৱনৰ বিষয়ে লিখি থৈ যোৱা টোকাবোৰত এনে ঘটনাৰ উল্লেখ প্ৰায়ে পোৱা যায়। কোনো বিপদ-আপদ হলে ভগবানক ধ্যান কৰে। তাৰ পিছত সকলো ভগবানৰ ওপৰত এৰি দি আনন্দমনে বহি থাকে। ভগবানতকৈ ডাঙৰ বন্ধু মানুহৰ কোনো নাই—এই কথাষাৰত দেউতাই অন্তৰেৰে সৈতে বিশ্বাস কৰিছিল যেন লাগে। সেইকাৰণেই সকলো ভগবানৰ ওপৰত এৰি দিব পাৰিছিল।

তীৰ্থ-দৰ্শন কৰি দেউতাই বৰ আনন্দ পাইছিল। অসমৰ বিভিন্ন ঠাইৰ সত্ৰবোৰলৈ গৈ, সাধু-সন্ত-মহন্তসকলৰ লগত ধৰ্ম্মালোচনা কৰাৰ লগতে নাম-কীৰ্ত্তন কৰি দেউতাই বৰ ভাল পাইছিল।



গোঁসাই ঘৰত দেউতা

সাধু-সন্ত-মহন্তসকলেও দেউতাক বৰ ভাল পাইছিল আৰু দেউতাক মনত ৰাখিছিল।

দেউতাৰ মৃত্যুৰ সাত-আঠ বছৰ পিছত মাজুলীৰ সত্ৰবোৰলৈ গৈছিলো, বৰপেটালৈ গৈছিলো, মধুপুৰলৈও গৈছিলো। প্ৰত্যেক ঠাইতেই দেউতাৰ কথা কওঁতে সকলোৱেই দেউতাৰ নাম আনন্দেৰে সুঁৱৰিছিল, ধৰ্ম্মৰ প্ৰতি থকা অগাধ বিশ্বাসৰ কথা কৈছিল। সত্ৰবোৰৰ উন্নয়নৰ বাবেও যথাসাধ্য চেষ্টা কৰিছিল। দূৰ-দূৰণিৰ সত্ৰৰ পৰা ভকতসকল দেউতাৰ ঘৰ বুলিয়েই দেউতাৰ পানবজাৰৰ বাসভৱনলৈ আহে। তেখেতসকলে মনত পেলাই দিয়ে দেউতাৰ জীৱনৰ এই দিশটোৰ কথা।

ভাটী বয়সত দেউতাই অসমৰ বিভিন্ন ঠাইত হোৱা ধৰ্ম্মালোচনী সভাবোৰত সভাপতি বা নিৰ্দ্দিষ্ট বক্তাৰূপে যোগ দি ফুৰিছিল। তেনে কৰিবলৈ গৈ ঠায়ে ঠায়ে শঙ্কৰ মন্দিৰ স্থাপন কৰা, পুৰণি সত্ৰৰ উন্নতি কৰা কামত আগভাগ লৈছিল। ১৯৪৯ চনত ব্ৰজবাড়ী সত্ৰত পতা মধ্য কামৰূপ মহাপুৰুষীয়া ধৰ্ম্মালোচনী সভাত সভাপতিত্ব কৰে দেউতাই। সেই সময়ত সেই গাৱঁত বৰ দলাদলি আছিল। দেউতাৰ প্ৰচেষ্টাত সকলো লগ লাগে আৰু এটি শঙ্কৰ মন্দিৰ স্থাপন কৰিবলৈ যো-জা কৰে। সেই উদ্দেশ্যে গাৱঁৰ মাজত আঠকঠা মাটি দান হিচাপে পায়।

শুৱালকুছি গাৱঁত শ্ৰীশ্ৰীশঙ্কৰদেৱৰ মন্দিৰ স্থাপন কৰাৰ গুৰিতেও দেউতাৰ অৱদান আছে। সেই গাৱঁত বহুদিনৰে পৰা শঙ্কৰদেৱৰ জন্মোৎসৱ পতা হয়। সেই সময়ত শুৱালকুছিৰ মানুহবোৰৰ দলাদলিৰ বাবে তিনি ঠাইত বেলেগে বেলেগে জন্মোৎসৱ পতা হৈছিল। ১৯৪৬ চনত দেউতাৰ প্ৰচেষ্টাত আৰু উদ্যোগী পুৰুষসকলৰ সদিচ্ছাত তিনিওটা দল লগ লাগে আৰু শঙ্কৰ মন্দিৰ প্ৰতিষ্ঠা কৰে।

শেষ অসুখত পৰি দেউতাই শয্যা গ্ৰহণ কৰি মোক মাতি আনি কৈছিল,—"পৰহিলৈ নগাৱঁত ধৰ্ম্মালোচনী সভা এখন আছে।

মোৰ সভাপতি হৈ যোৱাৰ কথা। টেলিগ্ৰাম এখন কৰি দে। মই যাব নোৱাৰিম।” তাৰ পিছত অলপ বৈ কৈছিল,—“যাব পৰা হলে বৰ ভাল হলহেঁতেন। ভাল পালে এনেয়ে যাম। উদ্যোক্তাসকলক লগ ধৰি আহিম।”

কিন্তু তালৈ যোৱাৰ সুযোগ দেউতাই কোনোদিনেই নাপালে।

দেউতা আছিল এজন কৃতী শিক্ষক। শিক্ষাদানেই আছিল দেউতাৰ জীৱনৰ ব্ৰত, ধ্যান-ধাৰণা সকলো। কেনেকৈ কি প্ৰণালীৰে পঢ়ালে ছাত্ৰ-ছাত্ৰীসকল বেছি উপকৃত হ'ব, ভালদৰে সহজে শিক্ষা লাভ কৰিব পাৰিব, সেইটো আছিল দেউতাৰ চিন্তা। তাৰ ফল স্বৰূপেই আমি পাওঁ দেউতাই লিখা পাঠ্য-পুথিবোৰ, বিশেষকৈ গ্ৰামাৰ, ট্ৰেনশ্লেচন, কম্পোজিচন, ৰচনা, ব্যাকৰণ আদি। এসময়ত এচাম ল'ৰাই এইবোৰ কিতাপ নপঢ়াকৈ শিক্ষাই সম্পূৰ্ণ কৰিব নোৱাৰা যেন আছিল।

মাৰধৰ কৰি, ডাবি-ধমকি দি ল'ৰা-ছোৱালীক শিক্ষা দিয়াৰ পক্ষপাতী দেউতা নাছিল। দেউতাই তেনে নিয়মৰ বিৰোধিতা কৰিছিল। মৰম কৰি, ল'ৰাৰ মনৰপৰা ভয় আঁতৰাই, শিক্ষকৰ ওপৰত বিশ্বাস আৰু আস্থা আনি শিক্ষাদান কৰা প্ৰথা দেউতাই ভাল পাইছিল। ছাত্ৰবোৰক দেউতাই ব্যক্তিগতভাবে জানিবলৈ চেষ্টা কৰিছিল।

শিক্ষাৰ প্ৰতি আছিল দেউতাৰ অপৰিসীম আগ্ৰহ। নিজকে শিক্ষক বুলি পৰিচয় দিলেও, নিজে নিজকে এজন ছাত্ৰ বুলিহে ভাবিছিল। সেই কাৰণে দেউতাই গোটেই জীৱনটো অধ্যয়ন কৰিয়েই গল। ৬৬ বছৰ বয়সতো বৃন্দাবন থিওলজিকেল বিশ্ব-বিদ্যালয়লৈ গৈ নিজকে অধ্যয়নৰত ৰাখিছিল আৰু সেই বয়সতো মাষ্টাৰ অৱ থিওলজী ডিগ্ৰী লৈছিল।

ছাত্ৰ জীৱনত শিক্ষা-গ্ৰহণ কৰিবলৈ দেউতাই যথেষ্ট সংগ্ৰাম কৰিবলগীয়া হৈছিল। কিয়নো আমি দেখি আহিছো, যিখন ঘৰত দেউতাৰ জন্ম হৈছিল, সেইখন ঘৰৰ মানুহৰ মন শিক্ষাতকৈ ব্যৱসায়ৰ প্ৰতিহে বেছিকৈ আকৰ্ষিত হৈছিল। দেউতা যি পৰিবেশত ডাঙৰ

হৈছিল, নিজৰ অনমনীয় ইচ্ছা নাথাকিলে শিক্ষালাভ কৰা সেই পৰিবেশত সহজ নাছিল। তদুপৰি সময়ে সময়ে দেউতাৰ আৰ্থিক অনাটনো হৈছিল।

বোধকৰো দেউতাই এই কথা পাহৰিব পৰা নাছিল। সেই কাৰণে পঢ়াশুনা বিষয়ত দেউতাৰ ওচৰলৈ কিবা বিচাৰি কোনোবা আহিলে কেতিয়াও বিমুখ নহৈছিল। পৰাপক্ষত যেনেকৈয়ে পাৰে তেনেকৈ শিক্ষাৰ্থীসকলক সহায় কৰিছিল।

দেউতাৰ মৃত্যুৰ আগলৈকে জনা নাছিলো, আমাৰ কেইবাজনো আত্মীয়ই শিক্ষালাভ কৰাৰ মূলতে দেউতা। আৰ্থিক সাহায্য দি দেউতাই সেই সকলক সহায় কৰিছিল। সেইসকল লোকৰ পৰাই এই কথা জনা গৈছে। দেউতাই নিজে কেতিয়াও কোৱা নাছিল।

বহুতো অভিভাৱকেই নিজৰ ল'ৰাক দেউতাৰ হাতত গতাই দি নিশ্চিন্ত বোধ কৰিছিল। কিয়নো সেই সকলে জানিছিল যে দেউতাই অসীম ধৈৰ্য্য সহকাৰে, মৰম-স্নেহৰ মাজেৰে সেই লৰাক শিক্ষাদান কৰিব, স্বভাৱ-চৰিত্ৰও সংশোধন কৰিব। গুৱাহাটীৰ ডনবস্কো হাইস্কুল প্ৰতিষ্ঠা হোৱাত দেউতা তাৰ প্ৰধান শিক্ষক হৈ আহে। সেই সময়ত কেইবাগৰাকী অভিভাৱকে নিজৰ ল'ৰাক ডনবস্কো হাইস্কুলত নাম লগাই দি দেউতাৰ ওচৰত গতাই দি গৈছিল।

দেউতাই নিজৰ গাৱঁত থাকি শিক্ষালাভ কৰাত সুবিধা নাপালে। গাৱঁত স্কুল নথকাত বহুত ল'ৰা-ছোৱালীয়েই ইচ্ছা থকাতো পঢ়িবলৈ সুবিধা নাপায়। সেইকথা দেউতাই বাৰুকৈয়ে উপলব্ধি কৰিছিল বাবেই শুৱালকুছি গাৱঁত হাইস্কুল পতা বিষয়ত আগভাগ লৈছিল।

শিক্ষক হিচাপে দেউতা কিমান কৃতকাৰ্য্য হৈছিল সেইকথা জনা যায় দেউতাৰ পুৰণি ছাত্ৰক লগ পালে। অসমৰ বিভিন্ন ঠাইত তেনে বহুতো ছাত্ৰক লগ পোৱা হৈছিল। সকলোৱে দেউতাৰ শিক্ষাদান পদ্ধতিৰ কথা বৰ শ্ৰদ্ধাৰে আৰু কৃতজ্ঞতাৰে সুঁৱৰিছিল।



ডনবস্ক হাইস্কুলৰপৰা বিদায় লোৱাৰ দিনা ছাত্ৰসকলৰ মাজত দেউতা

স্কুললৈ যাওঁতে দেউতাই সদায়ে সৰু বহী এটা লৈ গৈছিল। তাত কোনদিনা কোন শ্ৰেণীত কি পঢ়ালে বা কি পঢ়ুৱাব, সকলো আঁচনি কৰি লিখা আছিল। তদুপৰি কোন ছাত্ৰই কেনে কৰিছে, কোনে কোনখিনি বুজাত অসুবিধা পাইছে, সকলো লিপিৱদ্ধ কৰি থৈছিল।

এইবোৰ কাৰণতেই হয়তো দেউতাই নিজকে এজন প্ৰকৃত শিক্ষকৰূপে প্ৰতিষ্ঠিত কৰি যাব পাৰিলে।

বহুত মানুহৰেই গাৱত জন্ম হয়। শিক্ষালাভ কৰাৰ উদ্দেশ্যে নগৰলৈ আহে। শিক্ষা সাং কৰি কৰ্ম্ম জীৱনত প্ৰৱেশ কৰি নগৰতে থাকি যায়। নিজৰ গাৱঁৰ কথা একেবাৰে পাহৰি পেলায়। দেউতা আছিল ইয়াৰ ব্যতিক্ৰম।

১৯৬৬ চনৰ ১০ আগষ্ট তাৰিখৰ অসম বাতৰিত 'গুৱালকুছি হাইস্কুলৰ ইতিবৃত্ত' বুলি এটা প্ৰবন্ধ প্ৰকাশিত হৈছিল। প্ৰবন্ধ-লিখক শ্ৰীমান চক্ৰৱৰ্ত্তীয়ে এঠাইত লিখিছে—"আজি গুৱালকুছিত বহুতো শিক্ষিত মানুহ ওলাইছে ; ডাক্তৰ, ইঞ্জিনিয়াৰ, প্ৰফেচাৰ আদি বিভিন্ন উচ্চপদস্থ চাকৰিয়ালেৰে গুৱালকুছি ভৰি পৰিছে; কিন্তু অপ্ৰিয় হলেওসত্য, সেই সময়ত এমুঠি লোকে গুৱালকুছিৰ বাহিৰত থাকি গাওঁখনৰ আভ্যন্তৰীণ বিষয়ত যিমানখিনি ভাবিছিল, আজি যেন তাৰ অভাৱ হৈছে। হৰমোহন দাসৰ দেহ গুৱাহাটীত আছিল সঁচা, মন হলে আছিল গুৱালকুছিতহে। কিদৰে গাওঁখনৰ শিক্ষা ক্ষেত্ৰত উন্নতি হয়, সেয়ে শিক্ষাব্ৰতী দাস ডাঙৰীয়াৰ লক্ষ্য আছিল।"

গুৱালকুছি গাৱঁত হাইস্কুল পতা সম্বন্ধে দেউতাই এইদৰে লিখি থৈ গৈছে—"গুৱালকুছি মাইনৰ স্কুলৰ আগৰ মেনেজিং কমিটীৰ কাৰ্য্যকাল অতীত হোৱাত নতুনকৈ মেনেজিং কমিটী পতা হয় আৰু এই কমিটীৰ সভাপতি পাতে মোক। মাইনৰ স্কুলখন চলোৱাৰ লগে লগে এখন হাইস্কুল পতাৰ কথাও মনলৈ আহে। হাইস্কুল পাতিব লাগিলে বহু টকাৰ আৱশ্যক। টকা তোলাৰ বিষয়ে ভাবিবলগীয়া হল।

১৯৩৮ চনৰ ডিচেম্বৰ মাহত গুৱালকুছি ৰাইজৰ সভা এখন বহে। তাত মই সভাপতিত্ব কৰোঁ। সমূহ ৰাইজে হাইস্কুল পাতিবলৈ মত প্ৰকাশ কৰাত সেই উদ্দেশ্যে সৰ্ব্বসম্মতিক্ৰমে প্ৰস্তাৱ গ্ৰহণ কৰা হয়।



হাইস্কুলৰ নাম ৰখা হয় গুৱালকুছি হাইস্কুল। এখন হাইস্কুল কমিটী পতা হল। সভাপতি হলো মই। ডঃ গণেশ দাস উপসভাপতি, শ্ৰীকবীন্দ্ৰৰাম দাস ছেক্ৰেটাৰী। কমিটীয়ে ৰাইজৰ পৰা টকা তুলিবলৈ ধৰিলে। গুৱালকুছীয়া ৰাইজৰ বিপুল উৎসাহ। সকলোৱে টকা দিবলৈ ধৰিলে। মই পাঁচশ টকা দিয়াৰ প্ৰতিশ্ৰুতি দিলো।

"লাহে লাহে বহুত টকা গোট খালে। এবছৰ পিছত মাইনৰ স্কুল আৰু হাইস্কুল লগ কৰি এখন হাইস্কুল কৰা গল। নাম দিয়া গল গুৱালকুছি চৰকাৰী সাহায্যপ্ৰাপ্ত হাইস্কুল।"

এই স্কুল স্থাপনত দেউতাৰ অৰিহণা কিমান, শ্ৰীমান চক্ৰৱৰ্ত্তীৰ প্ৰবন্ধটো পঢ়িলেই জনা যায়। গুৱালকুছিৰ ৰাইজে অন্তৰেৰে সৈতে এখন হাইস্কুল বিচাৰিছে। তেওঁ লিখিছে—"জাগ্ৰত চেতনাই (গাৱঁৰ মানুহৰ) পাৰ ভাঙো ভাঙো হৈ আছেই। এজন পথ-প্ৰদৰ্শকৰহে মাথোন আৱশ্যক। স্বনামধন্য ললিতমোহন দাসৰ পুতেক হৰমোহন দাস এনে সময়তে গুৱাহাটীত প্ৰতিষ্ঠিত হৈ উঠিছিল। তেতিয়াৰ স্কুল পৰিদৰ্শক শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়ায়ো হৰমোহন দাসক এনে মহৎ কামৰ (হাইস্কুল পতা) বাবে তলে তলে উদগণি দিছিল।

"গাৱঁৰ দুই এক মানুহে দাস ডাঙৰীয়াক ৰাইজৰ মনৰ কথাষাৰ জনালে। আজিৰ যুগত স্কুল স্থাপন কৰা তেনেই সহজ। সেই যুগ এনে যুগ আছিল ইংৰাজে মুখেৰে এষাৰ কয়, কামেৰে আন এটা কৰে। হৰমোহন দাসেও সেই কথা জানে। আৰু এইটোও জানে যে যদি হাইস্কুল স্থাপনৰ কিবা এটা কৰে তেনেহলে তেখেতৰ মূৰতে সকলো ভাৰ পৰিব। কিন্তু হলেও সেই কাম কৰিবই লাগিব। চৰায়ে পাখিৰে পোৱালিক ৰক্ষা কৰাৰ দৰে হৰমোহন দাসেও বাহিৰৰ সকলো জঞ্জাল কান্ধপাতি লবলৈ আগবাঢ়িল।

"হৰমোহন দাসে গুৱালকুছি হাইস্কুলৰ বাবে কি কৰিছিল বুলি প্ৰশ্ন কৰাত সেই সময়ৰ অৰ্থাৎ গুৱালকুছি হাইস্কুলৰ প্ৰথম শিক্ষক

আৰু বৰ্ত্তমানৰ হেডমাষ্টৰ শ্ৰীজগন্নাথ শৰ্ম্মা ডাঙৰীয়াই কৈছিল,—'তেখেতেই সকলো কৰিলে'। সন্দিকৈ কলেজৰ ভূতপূৰ্ব্ব অধ্যক্ষা শ্ৰীৰাজবালা দাসে গুৱালকুছিৰ শিক্ষাৰ প্ৰগতিৰ সম্পৰ্কে কৈছিল,—"হৰমোহনে হাইস্কুলখন পাতিলে। কলেজখন তোমালোকেই সম্পূৰ্ণ কৰা।" স্বভাৱতে কম কথা কোৱা শ্ৰীজগন্নাথ শৰ্ম্মা আৰু এগৰাকী শিক্ষাব্ৰতী মহিলাৰ এনে উক্তিয়ে হৰমোহন দাসৰ শিক্ষা সম্প্ৰসাৰণৰ বাবে কৰা অসীম ত্যাগৰ কথাকে সোঁৰবায়।

গুৱাহাটীত থাকি দেউতাই গাৱঁৰ কথা একেবাৰে পাহৰিব পৰা নাছিল। সময় সুবিধা পালেই গাৱঁলৈ গৈছিল। গাৱঁৰ মানুহ-বোৰক লগ ধৰিছিল। সুখ-সুবিধাৰ খা-খবৰ লৈছিল। দেউতা তেওঁলোকৰেই এজন যেন আছিল।

১৯৬৭ চনত এবাৰ গুৱালকুছি গাৱঁলৈ যাওঁতে এজন মানুহে মোক কৈছিল,—"তোমালোকক আমি নিচিনো। কিন্তু তোমা-লোকৰ দেউতা গাৱঁত এদিনৰ বাবে থাকিলেও গম পাইছিলো। ঢলপুৱাতে হাতত লাঠিডাল লৈ গাৱঁৰ বাটত ঘূৰি ফুৰে। সকলোৰে খা-খবৰ লয়। তেওঁ আমাৰ বৰ আপোন আছিল।"

গাৱঁৰ সাধু-সন্ত-মহন্তসকলেও দেউতাক বৰ ভাল পাইছিল। শ্ৰদ্ধা-ভক্তিও কৰিছিল। দেউতাৰ লগত ধৰ্ম্মালোচনা কৰি আনন্দ পাইছিল। এতিয়াও কেতিয়াবা তেখেতসকলৰ কোনোবা কোনোবা আমাৰ ঘৰলৈ আহে। দেউতাৰ কথা নিজৰ পৰাই কৈ আনন্দ পায়।

আমি আগতেই পাই আহিছোঁ শঙ্কৰদেৱৰ জন্মোৎসৱ লৈ গাৱঁৰ মানুহৰ মাজত যি দলাদলি আছিল তাক আঁতৰাবলৈ দেউতাই যথাসাধ্য চেষ্টা কৰিছিল। দেউতাৰ প্ৰচেষ্টাতেই গাৱঁত শঙ্কৰ মন্দিৰ প্ৰতিষ্ঠা হয়।

গাৱঁৰ মানুহেও দেউতাক পাহৰা নাই। তেওঁলোকে গুৱালকুছি গাৱঁৰ এখন প্ৰাথমিক স্কুলৰ নাম দেউতাৰ নামেৰে নামাকৰণ কৰিছে—হৰমোহন দাস প্ৰাথমিক বিদ্যালয়।

দেউতা আছিল এজন স্নেহশীল পিতৃ। ডাবি-ধমকি আৰু কটকটীয়া শাসনতকৈ মৰম-চেনেহৰ ডোলেৰে বান্ধোনত ৰাখি ল'ৰা-ছোৱালীক লালন-পালন কৰাৰ পক্ষপাতী আছিল। শিক্ষকে মাৰধৰ কৰি ছাত্ৰ-ছাত্ৰীক শিক্ষা দিয়াত যিদৰে দেউতাই বিৰোধিতা কৰিছিল, সেইদৰে ল'ৰা-ছোৱালীকো মাৰধৰ কৰাটো দেউতাই পছন্দ নকৰিছিল। চাণক্যৰ নীতিবচন মানি কোনো এক বয়সৰ পৰা দেউতাই পুত্ৰক মিত্ৰবৎ আচৰণ কৰিছিল।

মোৰ সৰুকালৰ ঘটনা এটা এতিয়াও মনত আছে। তেতিয়া তৃতীয় শ্ৰেণীত পঢ়ো। এদিন স্কুললৈ যাবলৈ ইচ্ছা নকৰাত মায়ে বেতেৰে মোক কোবাইছিল। এনে সময়ত দেউতা তালৈ আহে। আজোৰ মাৰি মোক মাৰ ওচৰৰ পৰা লৈ যায়। তাৰ পিছত দেউতাৰ লগতে মোকো স্কুললৈ লৈ যায়। কিছুদূৰ যোৱাৰ পিছতে দেউতাই মোক মই কি কাৰণে স্কুললৈ আহিব খোজা নাছিলো, কাৰণবোৰ সোধে।

ইয়াৰ প্ৰায় পোন্ধৰ বছৰ পিছত এই ঘটনাৰ কথাটো ওলোৱাত দেউতাই কৈছিল যে বহুত সময়ত ল'ৰা-ছোৱালীয়ে স্কুললৈ যাব নোখোজে। তেতিয়া মাৰধৰ কৰি জোৰকৈ স্কুললৈ পঠিওৱাতকৈ কি কাৰণে যাব নোখোজে তাৰ কাৰণ বিচাৰি উলিয়াব লাগে। তাৰ পিছত সেই অনুযায়ী কাৰণবোৰ দূৰ কৰি ল'ৰা-ছোৱালীৰ মনলৈ প্ৰত্যয় আনিব লাগে। স্কুললৈ যাবলৈ, পঢ়াশুনা কৰিবলৈ, শিশু-মনত আগ্ৰহ জগাই তুলিব লাগে। এই বিষয়ত অভিভাৱক আৰু শিক্ষক দুয়োজনৰেই সমান দায়িত্ব।

দেউতাই কেতিয়াও প্ৰত্যক্ষভাবে আমাক শাসন কৰা নাছিল। কিন্তু পৰোক্ষভাবে (নাজানো কেনেকৈ) শাসনত ৰাখিছিল।

কোনটো কৰিলে দেউতাই ভাল পাব, কোনটো কৰিলে বেয়া পাব, সেইবোৰ কথা আমাৰ মনলৈ কেনেকৈ আহিছিল নাজানো।

দেউতাৰ নিজৰ শিক্ষাকালটো আৰ্থিক বিষয়ত বৰ সুখকৰ নাছিল কাৰণেইনেকি পঢ়াশুনা বিষয়ত কিবা বিচাৰি আমি কেতিয়াও বিমুখ হোৱা নাছিলো। যেতিয়াই যি বিচাৰিছিলো তাকেই পাইছিলো। কিতাপ পঢ়িবলৈ দেউতাই সদায়ে উৎসাহ দিছিল। কাৰ্জ্জন হল লাইব্ৰেৰীৰ পৰা নিজে বাচি আমাক কিতাপ দিছিল পঢ়িবলৈ।

চাৰিজন পুত্ৰৰ ভিতৰত দেউতাই তৃতীয়জনক অলপ বেছি স্নেহ কৰিছিল যেন লাগে। এওঁৰ পৰা দেউতাই বৰ আশাও কৰিছিল। কিন্তু দুখৰ বিষয় এওঁৰপৰাই দেউতাই বৰ দুখ পায় আৰু তেতিয়াৰ পৰা স্বাস্থ্য ভাগি পৰে। অৱশ্যে দুখ পুতেকে দিয়া নাছিল। ঘটনাটো এনেকুৱা—

তৃতীয় পুত্ৰ বিৰাজমোহন পঢ়া-শুনাত ভাল ছাত্ৰ আছিল। সুখ্যাতিৰে আই, এছ-ছি, পৰীক্ষাত উত্তীৰ্ণ হৈ কলিকতাৰ প্ৰেচিডেন্সী কলেজত এবছৰ বি, এছ-ছি, পঢ়ে আৰু তাৰ পিছত জলপানি লৈ বেনাৰচ হিন্দু বিশ্ববিদ্যালয়ত ইঞ্জিনিয়াৰিং পঢ়িবলৈ যায়। এবছৰ পিছত বছেৰেকীয়া পৰীক্ষা ওচৰ চাপে। এনে সময়তে তেওঁ ঘৰৰপৰা (ডাঙৰ দাদাকৰ নামত লিখা) চিঠি এখন পায়। চিঠিখনত মাৰ অসুখ বুলি জনোৱা হৈছিল। ইয়াৰ কেইদিনমান পিছত তেওঁ আন এখন চিঠি পায়। তাত লিখা হৈছিল, মাৰ নৰিয়া টান। তাৰ পিছতেই এখন টেলিগ্ৰাম পায়। লিখিছে, মাৰ শেষ অৱস্থা, গুচি আহা, পৰীক্ষা দিব নালাগে।

ইফালে আমি ঘৰত এখন টেলিগ্ৰাম পালোঁ তেওঁৰ পৰা। লিখিছে—মা কেনে আছে? বৰ চিন্তাত আছোঁ। টেলিগ্ৰামখন পাই আমি অত্যন্ত আচৰিত হওঁ। কিয়নো মাৰ কোনো অসুখ হোৱা নাছিল। ভাবিলো—তেওঁ হয়তো কিবা দুঃস্বপ্ন দেখি তেনেকৈ



টেলিগ্ৰাম কৰিছে। আমিও টেলিগ্ৰাম কৰি জনালো মা ভালেই আছে।

তেওঁ টেলিগ্ৰামখন কৰিছিল দ্বিতীয় চিঠিখন পাই। আমাৰ টেলিগ্ৰাম পোৱাৰ আগতেই তেওঁ টেলিগ্ৰামখন পাই লৰালৰিকৈ গুচি আহে।

দুপৰীয়া পৰত বহা কোঠাত বহি কিবা কৰি আছিলো। এনেতে হাতত সৰু চুটকেছ এটা লৈ দাদা সোমাল। মই চিঞৰি কলো—"মা দাদা আহিছে।" মোৰ কথা শুনি তেওঁ থিতাতে থিয় হৈ ৰল। এনেতে মা কোঠালৈ সোমাই আহিল। মাক দেখি তেওঁ মাৰ মুখলৈ এক মুহূৰ্ত্তৰ বাবে চাই অচেতন হৈ মাটিত বাগৰি পৰিল।

বহু পৰৰ মূৰত চেতনা আহিল। কিন্তু তাৰ পিছতো বহুদিন মাজে মাজে অচেতন হৈ পৰে। কিবাকিবি বলকিবলৈ ধৰে। ডাক্তৰৰ নিৰ্দ্দেশমতে তেওঁক ইম্ফল, পুৰী আদি ঠাইলৈ ফুৰাবলৈ লৈ যোৱা হল। ইঞ্জিনিয়াৰিং পঢ়াও বন্ধ হল। তাৰ পৰিবৰ্ত্তে আকৌ বি, এছ-ছিকে পঢ়িলে। এম, এছ-ছিও পঢ়িলে। কিন্তু সেই অসুখটো সম্পূৰ্ণৰূপে ভাল নহল। এই ঘটনা ঘটে ১৯৫১ চনত। ১৯৫৫ চনত তেওঁক বিদেশলৈ পঠোৱা হয় উচ্চ শিক্ষাৰ বাবে। লগতে দেউতাই আশা কৰিছিল বিদেশলৈ গলে হয়তো অসুখটোও ভাল হব পাৰে।

কোনে সেই বেনামী চিঠিবোৰ লিখি, টেলিগ্ৰাম পঠাই আমাৰ ইমান ক্ষতিসাধন কৰিলে জনা নগল। তেতিয়াৰ পৰাই দেউতাৰ স্বাস্থ্য পৰি আহিল। প্ৰায়ে দেউতাই কোৱা শুনিছিলো—"মই কাৰো অন্যায় কৰা নাই, তেনেস্থলত অইনে কিয় মোৰ লগত এনে শত্ৰুতা কৰিলে! ভগবানে কিয় মোক এনে শাস্তি দিলে?"

দেউতা আছিল মহাপুৰুষীয়া ধৰ্ম্মত বিশ্বাসী। নিজে সেই ধৰ্ম্ম মানি চলাৰ লগতে ধৰ্ম্মমতবোৰ সভাই-সমিতিয়ে ব্যাখ্যা কৰি ফুৰিছিল। কিন্তু দেউতাৰ দ্বিতীয় পুত্ৰজনে মহাপুৰুষীয়া ধৰ্ম্ম ত্যাগ

কৰি আন পন্থা গ্ৰহণ কৰে। অকল গ্ৰহণ কৰাই নহয়, প্ৰচাৰৰ বাবেও চেষ্টা কৰে। দেউতাই সেই কথা জানিলে, কিন্তু কোনো-দিনে পুতেকক একো নকলে।

এবাৰ বৰ্ডিয়াৰ ফালে কোনো এখন গাৱঁত হোৱা ধৰ্ম্মালোচনী সভালৈ যাওঁতে, সভাৰ পিছত কেইবাজনো মানুহে দেউতাক লগ ধৰি পুতেকে আন ধৰ্ম্মত দীক্ষা লোৱাৰ কথা উলিয়ালে। তেওঁ-লোকৰ কথাৰ সুৰ এনেকুৱা আছিল যে দেউতাই মহাপুৰুষীয়া ধৰ্ম্মৰ কথা কৈ ফুৰিছে, অথচ পুতেকে বেলেগ ধৰ্ম্ম লৈছে। উত্তৰত দেউতাই তেওঁলোকক বুজাই দিছিল যে মানুহে বয়ঃপ্ৰাপ্ত হলে নিজৰ বিদ্যা-বুদ্ধি-জ্ঞানেৰে যি ধৰ্ম্ম ভাল দেখে তাকেই গ্ৰহণ কৰিব। ধৰ্ম্ম জোৰ কৰি আৰোপ কৰা বস্তু নহয়। বিশ্বাসৰ কথা। যেয়ে যি পথত বিশ্বাস কৰে, সেয়ে সেই পথত আগবাঢ়িব পাৰে। হিন্দুধৰ্ম্মৰ ইও এটা মূল কথা। গতিকে দেউতাই পুতেকক বাধা দিব কিয় ?

দেউতাই পুতেকসকলৰ লগত বিভিন্ন বিষয়ে আলোচনা কৰি আনন্দ পাইছিল। পাৰিবাৰিক সমস্যাবোৰ সকলোৰে লগত আলোচনা কৰিছিল। কোনোজনে এনে আলোচনাত যোগ নিদিলে দেউতাই বৰ দুখ পাইছিল।

এটা ঘটনাৰ কথা মনত পৰিছে। দেউতাৰ দ্বিতীয়জন পুত্ৰই উচ্চশিক্ষা লবলৈ মন মেলে। এই কথা তেওঁ নিজে নকৈ মোৰ দ্বাৰা দেউতাক কোৱায়। দেউতা বৰ অসন্তুষ্ট হৈ মোক কলে—"সিও মোৰ পুত্ৰ, তয়ো মোৰ পুত্ৰ। তাৰ কথা যদি তই মোক কব পাৰ, সি কিয় নোৱাৰে ? নিজৰ কথা নিজে কোৱাহে ভাল।"

দেউতাই নিজৰ পুতেক আৰু জীয়েকক বেলেগ চকুৰে নাচাইছিল বা বেলেগ ব্যৱহাৰ নকৰিছিল। এতিয়া কন্যায়ো আইন মতে সম্পত্তিৰ ভাগ পোৱা হৈছে। কিন্তু তাৰ আগতেই দেউতাই ৰিহাবাৰীত থকা মাটি ডোখৰ সমানে ছভাগ কৰি চাৰি পুত্ৰ আৰু দুই কন্যাৰ প্ৰত্যেককে দি যায়।

১৯৫৬ চন। আগষ্ট মাহৰ দুই তাৰিখ। গুৱাহাটীত বেচ গৰম পৰিছে। সেইকাৰণে ৰাতিপুৱাতে দেউতা গৈ উপস্থিত হয় লোকবন্ধু ডাঃ ভুবনেশ্বৰ বৰুৱাৰ ঘৰত। শ্ৰীমন্ত শঙ্কৰ কৃষ্টি বিকাশ সমিতিৰ নামত চৰকাৰৰ তৰফৰ পৰা এডোখৰ মাটি পোৱাৰ কথা চলিছে। সেই বিষয়ে আলোচনা কৰিবলৈ দেউতা গৈছিল বৰুৱাদেৱৰ তালৈ।

বৰুৱাদেৱৰ ঘৰটো পাহাৰৰ টিলাত। যথেষ্ট উঠিব লাগে। খোজকাঢ়ি ওপৰলৈ উঠি গৈ দেউতাই বৰ অস্বস্তি বোধ কৰিলে। কোনোৰকমে কথাখিনি শেষ কৰি ঘৰলৈ গুচি আহিল।

দহমান বজাত আহি ঘৰ পালে। আহিয়েই পঢ়া-কোঠাত থকা ইজিচেয়াৰ এখনত শুই পৰিল। ভাগৰ লাগি তেনেকৈ জিৰণি লৈছে বুলি ভাবি কোনেও আমনি নকৰিলে।

অলপ পিছত মোক মাতি কলে যে বুকুত অলপ বিষ অনুভৱ কৰিছে। মই আমাৰ তেতিয়াৰ পাৰিবাৰিক চিকিৎসক ডাঃ বীৰেন্দ্ৰনাথ চৌধুৰীদেৱক খবৰ দিবলৈ গলো। তেখেত নাই। ঘৰত কৈ আহিলো আহিলে পঠাই দিবলৈ।

চাৰে এঘাৰমান বজাত দেউতাৰ বুকুৰ বিষ বেছি হৈ আহিল। আকৌ গলো ডাঃ চৌধুৰীৰ তালৈ। তেখেত নাই। তেতিয়া ডাঃ হেৰম্বপ্ৰসাদ শৰ্ম্মাক মাতি লৈ আহিলো। তেখেতে চাই দৰৱ দিলে। সম্পূৰ্ণ জিৰণিত থাকিবলৈ কলে।

দেউতাক বিচনাত শুৱাই দিয়া হল। একমান বজাত ডাঃ চৌধুৰী আহিল। তেখেতেও দেউতাক পৰীক্ষা কৰিলে। সম্পূৰ্ণৰূপে বিশ্ৰামত থাকিবলৈ কলে।

পাঁচ তাৰিখে নগাৱঁত ধৰ্ম্মালোচনী সভা এখন আছিল।

তাত দেউতাই যোগ দিয়াৰ কথা, সভাপতিৰূপে। দেউতাৰ নিৰ্দ্দেশত উদ্যোক্তাসকলক টেলিগ্ৰাম কৰি জনোৱা হল দেউতা যাব নোৱাৰাৰ কথা।

তিনি তাৰিখ গল। চাৰি তাৰিখ গল। পাঁচ তাৰিখে সন্ধ্যা পৰত দেউতা, মা, মোৰ সৰু ভনীজনী, ডাঙৰ বৌ আৰু মই গল্প কৰি আছিলো। এনেতে ডাঃ চৌধুৰী আহিল। তেখেতেও আমাৰ লগত গল্পত যোগ দিলে। চাহ-টাহো খালে। তাৰ পিছত যাবলৈ উঠি দেউতালৈ চাই কলে,—“চাওঁ হাতখন দিয়কচোন, কেনে আছে এবাৰ চাই যাওঁ।”

“ভালেই আছোঁ। চোৱা বাৰু তথাপি” বুলি দেউতাই হাতখন আগবঢ়াই দিলে। দেউতাৰ নাড়ী পৰীক্ষা কৰি ডাঃ চৌধুৰী বৰ গহীন হৈ গল। মুখৰ চেহেৰা সম্পূৰ্ণৰূপে বদলি গল। তাৰ পিছত “আপুনি বিশ্ৰাম কৰক” বুলি চকুৰে মোক ইঙ্গিত দি বাহিৰলৈ মাতি নি কলে—“তুমি এতিয়াই গৈ ডাঃ শৰ্ম্মাক লৈ আহা। মই আহিছোঁ।” মোক একো সুধিবলৈ সুযোগ নিদি তেখেত গুচি গল।

মই গৈ ডাঃ শৰ্ম্মাক লৈ আহিলো। ইতিমধ্যে ডাঃ চৌধুৰীয়ে ডাঃ কণক বৰুৱাক মাতি আনিছে। তিনিজন ডাক্তৰে বহুপৰ কিবাকিবি আলোচনা কৰিলে। তাৰ পিছত দৰব এটা দিলে। মৰফিন ইনজেক্‌চনো দিলে।

আমি একোকে বুজিব নোৱাৰিলো। মই ডাঃ বৰুৱাক কি হৈছে, বুলি সোধাত তেখেতে কলে,—“গুৱাহাটীৰ বাহিৰত যদি কাৰোবাক খৱৰ দিবলগীয়া আছে, খবৰ দিয়া। অৱশ্যে আহি পোৱাৰ আশা নাই।”

ডাঃ শৰ্ম্মাক সোধাত তেখেতে কলে,—“বুজিয়েই পাইছে, হাৰ্টৰ অসুখ, একো কব নোৱাৰি।”

ডাঃ চৌধুৰীয়ে কলে,—“ৰাতিটো কেনেকৈ যায় নাজানো, যদি ৰাতিপুৱালৈ থাকে, খবৰ দিবা।”



আমি তেতিয়াহে বুজিলো দেউতাৰ শেষ অৱস্থা। প্ৰায় গোটেই ৰাতিটো দেউতাৰ ওচৰতে বহি কটালো। ৰাতিপুৱাতে ডাঃ চৌধুৰী আৰু ডাঃ শৰ্ম্মা দুয়োজন আহিল। দেউতাক পৰীক্ষা কৰিলে। দুয়োজনৰে মুখ উজ্জ্বল যেন দেখিলো। কলে, “দৰবে আশাতীত ৰূপে ফল দিছে। তথাপি একো কব নোৱাৰি, হাৰ্টৰ অসুখ। সাৱধানে থাকিবা।”

দুদিনমান পিছত দেউতাই অলপ ভাল পালে। ডাক্তৰ দুজনে নিয়মিতভাবে চাই যাবলৈ ধৰিলে। তাৰ পিছত হঠাতে এদিন আবেলি আকৌ বেছি হল। দুয়োজন ডাক্তৰেই আহিল। ডাঃ শৰ্ম্মাই কলে,—“বৰ বেয়া অৱস্থা। তথাপি আকৌ এবাৰ মৃত্যুৰ লগত যুঁজি চাব পাৰোঁ, যদি অতি শীঘ্ৰে অক্সিজেনৰ ব্যৱস্থা কৰিব পাৰে।”

তেনে অৱস্থাত অক্সিজেন পাওঁ ক'ত! হস্পিতালত খবৰ কৰিলো। নাই। কোনোবা এজনে কলে, কটন কলেজৰ ৰসায়ন বিভাগত আছে। মই কটন কলেজ পালোগৈ। তেতিয়া আবেলি। কলেজ বন্ধ হৈ গৈছে। তেতিয়াৰ ভাইচ-প্ৰিন্সিপাল শ্ৰীহৰিশ্চন্দ্ৰ গোস্বামীদেৱ অফিচত বহি আছিল। তেখেতক অনুৰোধ কৰাত তেখেতে অক্সিজেন প্ৰস্তুত কৰাৰ সৰঞ্জামখিনি উলিয়াই দিলে।

গোস্বামীদেৱৰ অনুগ্ৰহত অক্সিজেন পোৱা গল। তাকে লৈ দুই ডাক্তৰ সংগ্ৰামত নামিল। ৰাতিটো ভালে ভালে পাৰ হল। ৰাতিপুৱাৰ পৰা দেউতাৰ অৱস্থা ভাললৈ আহিল।

সেই দুই আগষ্টৰ পৰা দেউতা বিচনাতে থাকিল। উঠা-বহা সম্পূৰ্ণ বন্ধ। বিচনাত শুই থাকিবলৈ টান পায় কাৰণে এখন বিশেষ ধৰণৰ ইজিচেয়াৰ কৰাই অনা হল। সেইখন লৰচৰ কৰি তাতে শায়িত, অৰ্দ্ধশায়িত বা বহা অৱস্থাত ৰাখিব পাৰি।

দেউতাৰ অসুখৰ খবৰ পাই শুভাকাঙ্খীসকলে খবৰ লবলৈ আহিবলৈ ধৰিলে। কামাখ্যাৰাম বৰুৱাদেৱৰ কথা মনত আছে। তেখেতে দেউতাৰ কপালত হাত থৈ কলে,—“আপুনি মনলৈ বল

আনক। ভাগি নপৰিব। এইবোৰ বেমাৰ ডাক্তৰে ভাল কৰিব নোৱাৰে। নিজেই মনৰ বলেৰে ভাল কৰিব লাগিব। মনত ৰাখিব, এতিয়াও আপোনাৰ কাম শেষ হোৱা নাই। শেষ নকৰাকৈ আপুনি আমাৰ মাজৰ পৰা যাব নোৱাৰে।"

ডঃ সূৰ্য্যকুমাৰ ভূঞাদেৱ আহিছিল। যাবৰ পৰত তেখেতে মোক ওচৰলৈ মাতি নি কলে,—"ইমান দিনে দেউতাৰাই তোমা-লোকক ডাঙৰ দীঘল কৰিলে, শিক্ষা দিলে। এতিয়া অৱসৰ লৈ নিজৰ কাম আৰম্ভ কৰিছিল মাত্র। তোমালোকে সেই সুযোগ তেখেতক দিব লাগিব। খুব যত্ন লোৱা। আৰোগ্য কৰি তোলা।"

অধ্যাপক চন্দ্ৰনাথ বৰাদেৱ আহোঁতে দেউতা উত্ৰাৱল হৈ পৰিছিল শ্ৰীমন্ত শঙ্কৰ কৃষ্টি বিকাশ সমিতিৰ বিষয়ে জানিবলৈ।

ডাঃ অমৃতনাথ হাজৰিকা আহিছিল দেউতাৰ খবৰ লবলৈ। সেই সময়ত ডাঃ হেৰম্বপ্ৰসাদ শৰ্ম্মাও উপস্থিত আছিল। হাজৰিকাদেৱে ডাঃ শৰ্ম্মাক কৈছিল,—"মই ভাবিছিলো এওঁলোকক কম, দেউতাকক হাস্পতাললৈ লৈ যোৱাৰ কথা ভাবিবলৈ। যাতে লাগ বুলিলেই অক্সিজেন, দৰব-পাতি, ডাক্তৰ আদি পাব পাৰে। এতিয়া দেখিছোঁ আপোনালোকে ঘৰতেই হাস্পতালতকৈ বেছি সুবিধা কৰি লৈছে।"

আমি ডাঃ শৰ্ম্মাৰ কথামতে অক্সিজেন দিয়াৰ ব্যৱস্থা ঘৰতে কৰি লৈছিলো। অন্য সা-সুবিধাৰ ব্যৱস্থাও যথাসম্ভৱ কৰা হৈছিল।

দেউতা বিচনাত পৰি আছিল সঁচা। কিন্তু সকলো ফালেই আগৰ দৰে চকু আছিল। বিচনাত পৰি থাকিয়েই আমাক সকলো নিৰ্দ্দেশ দি গৈছিল।

বহুমূত্ৰ ৰোগ দেউতাৰ আগৰ পৰাই আছিল। ৰক্তচাপতো কেতিয়াবাৰ পৰাই ভুগিছিল। তাতে আকৌ হৃদপিণ্ডৰ অসুখ। তিনিওটাই মিলি জটিল ৰূপ লৈছিল। ডাক্তৰসকলে আশা দিছিল, দেউতা হয়তো ভাল হব পাৰে, কিন্তু সদায় ঘৰৰ ভিতৰতে থাকিব লাগিব।



দেউতাৰ অসুখৰ খবৰ পাই গুৱালকুছিৰ হাটী সত্ৰৰ সেই সময়ৰ অধিকাৰ শ্ৰীশ্ৰীলক্ষ্মীকান্ত অধিকাৰ প্ৰভুও আহিল। এইজনা গুৰুৰ ওচৰতেই দেউতাই ভজন ধৰ্ম্ম লৈছিল। গুৰুজনাই সত্ৰৰ নিৰ্ম্মালি লৈ আহিছিল। দেউতাই বৰ ভক্তিভৰে সেই নিৰ্ম্মালি মূৰত ললে। গুৰুজনাৰ আশীৰ্ব্বাদ বিচাৰিলে।

এজন এজনকৈ আত্মীয়-স্বজন সকলোৱে আহি দেউতাক চাই গল। লাহে লাহে দেউতায়ো গম পাই আছিল যে যাবৰ সময় হৈ আহিছে।

১৯৫৭ চনৰ ফেব্ৰুৱাৰী মাহ পৰিল। দেউতা আগৰ দৰেই আছে। বিশেষ উন্নতি একো হোৱা নাই, দিনে দিনে দুৰ্ব্বল হৈ আহিছে। দেউতাৰ আৰোগ্যৰ বাবে ঘৰত পূজা-পাতল কৰা হল, নাম ধৰা হল। একোৱে একো নহল।

এনেতে কোনো কোনোৱে কলে এবাৰ কবিৰাজী চিকিৎসা কৰা ভাল। তেতিয়া আমাৰ বিবেচনা শক্তি কমি আহিছে। যেয়ে যি কৈছে, তাকেই কৰিছোঁ। কবিৰাজক খবৰ দিয়া হল। দৰৱ দিলে। কিন্তু কবিৰাজৰ দৰৱ খোৱাৰ লগে লগে দেউতাৰ শৰীৰত পানী জমা হবলৈ ধৰিলৈ। ডাক্তৰসকলে ইয়াকে ভয় কৰি আছিল। পানী জমা হবলৈ ধৰিলে অসুখে জটিল ৰূপ লব পাৰে বুলি তেওঁ-লোকে জানিছিল।

সেইদিনা ২০ ফেব্ৰুৱাৰী। ১৯৫৭ চন। ৰাতিপুৱাৰ পৰা দেউতাৰ অসুখ বেছি হৈ আহিল। মুখেৰে কথা কবলৈ ইচ্ছা নকৰি ইঙ্গিতেৰে আমাক নিৰ্দ্দেশ দিবলৈ ধৰিলে।

ডাক্তৰক খবৰ দিলো। আহিল। চালে। গল। ৰাতি দহমান বজাত দেউতাৰ অৱস্থা বেয়াৰ ফাললৈ যোৱা দেখি ডাঃ শৰ্ম্মাৰ ওচৰ পালো। তেখেতে কলে,—"আপোনালোকেতো সকলো বুজিছেই। মই গৈ কি কৰিম? কষ্ট নোপোৱাকৈ জ্ঞান থাকোঁতেই যাতে ভালে ভালে যায় তাৰবাবে ভগবানক প্ৰাৰ্থনা কৰকগৈ।"

ৰাতি এঘাৰমান বজাত মা দেউতাৰ ওচৰতে বহি আছিল। মই বিছনাৰ দাঁতিত থিয় হৈ আছিলো। এনেতে কোনোবাই কলিং বেল বজালে। মই গৈ ছুৱাৰ খুলি দি দেখো মোৰ দাদা। তেওঁ ফকিৰাগ্ৰামত থাকি ডাক্তৰী কৰে। আহিছে।

"মা, দাদা আহিছে" বুলি দেউতাৰ বিছনাৰ ওচৰ পাওঁতেই মায়ে কলে,—"বহচোন।" মায়ে দেউতাৰ মুখলৈ চাই আছিল। ময়ো চালো। দাদা মোৰ পাছে পাছে আহি বিছনাৰ ওচৰ পাইছে। ইতিমধ্যে দেউতাই শেষ নিশ্বাস ত্যাগ কৰিলে। দেউতাই চিৰদিনৰ বাবে আমাক এৰি থৈ গুচি গল।

দাদা ফকিৰাগ্ৰামৰ পৰা অহাৰ গুৰিতে ঘটনা এটা আছে। আগনিশা তেওঁ শুই আছিল। সপোন দেখিলে স্বৰ্গীয় ডাঃ জ্যোতিষ-চন্দ্ৰ দাসে তেওঁক কৈছে—তই ইয়াত কি কৰিছ! যা ঘৰলৈ যা। যিমান সোনকালে পাৰ ঘৰলৈ যা। সেই সপোন দেখি তেওঁ লৰালৰিকৈ ঘৰলৈ গুচি আহিল। সপোনটো নেদেখা হলে তেওঁ শেষ সময়ত দেউতাক নাপালেহেঁতেন।

দেউতাৰ মৃত্যুৰ খবৰ পাই মাজনিশা আত্মীয়-স্বজনেৰে ঘৰ ভৰি পৰিল। ঠিক হল পিছদিনা ৰাতিপুৱা দহমান বজাত শ্মশান যাত্ৰা কৰা হব।

ৰাতিপুৱা 'আসাম ট্ৰিবিউন' যোগে মৃত্যুৰ বাতৰি পাই দেউতাৰ আত্মীয়, শুভাকাঙ্খী, বন্ধুস্থানীয় ব্যক্তি, ছাত্ৰ আদিয়ে দেউতালৈ শেষ শ্ৰদ্ধা নিবেদন কৰিলে। এঘাৰমান বজাত ঘৰৰপৰা যাত্ৰা কৰা হল।

লোকপ্ৰিয় বৰদলৈ টি-বি হাস্পতালৰ ওচৰত আমাৰ মাটি এডোখৰ আছে। তাতেই দেউতাৰ নশ্বৰ দেহ ভস্মীভূত কৰা হল।

দেউতাৰ মৃত্যুত বহুতো অনুষ্ঠান, বহুতো ব্যক্তিৰ পৰা সহানুভূতি-সূচক শোকবাণী পাইছো। সেই সকলোলৈকে আমাৰ কৃতজ্ঞতা জনালো।



দেউতাৰ জীৱিত কালত তোলা শেষ ফটো। পাচফালে মা

কলিকতা বিশ্ববিদ্যালয়ৰ নৃতত্ত্বৰ অধ্যাপক ডঃ শশাঙ্কশেখৰ সৰকাৰে লিখিছিল—"তোমাৰ দেউতাৰ মৃত্যু হৈছে সঁচা, কিন্তু তোমাৰ দেউতা পৃথিবীৰ পৰা নিঃশেষ হৈ যোৱা নাই। দেউতাৰাৰ এটা কোষ তোমালোকৰ শৰীৰলৈও আহিছে। সেইটো সংখ্যাত বৃদ্ধি হৈ এতিয়াও বাচি আছে, ভবিষ্যতেও থাকিব।"

## পৰিশিষ্ট—১

দেউতাই দেউতাৰ পুৰুষনামা সংগ্ৰহ কৰি থৈ গৈছে। সেইখন হল—




দেউতাই দেউতাৰ উপৰিপুৰুষৰ বিষয়ে এনেদৰে লিখি থৈ গৈছে—

চতুৰ্দ্দশ শতিকাৰ শেষ আৰু পঞ্চদশ শতিকাৰ আগভাগত অসম ৰাজ্যৰ মহাপয়োভৰ সময়। তেতিয়া অসমৰ ক্ষমতা, শক্তি, ঐশ্বৰ্য্য, ধন-জন সকলো উপচি পৰা। ৰজা-প্ৰজা সকলোৰে সুখ-শান্তি। এনে পয়োভৰ সময়ত অসম ৰাজ্যত ৰজা আছিল চুহুংমুং। এওঁ ১৪৯৭ চনৰ পৰা ১৫৩৯ চনলৈ ৪২ বছৰ অসমত ৰাজত্ব কৰে। এওঁ অতি গৌৰৱেৰে ৰাজ্য চলাইছিল। এওঁৰ দিনত আহোম সমাজৰ নিয়ম-প্ৰণালীৰ সালসলনি কৰা হয়। এওঁৰ দিনত বৰুৱা, ফুকন, হুৰৰা, ৰাজখোৱা, পাটগিৰি, তালুকদাৰ আদি উপাধিৰে বিষয়া পতা হয়। এওঁৰ দিনতে শকাদিত্যৰ শক অসমত চলন হয়। এওঁৰ দিনতে চুটিয়া

ৰাজ্য আৰু কছাৰী ৰাজ্য অসম ৰাজ্যৰ তললৈ আহে। এওঁৰ দিনত অসমৰ সমৃদ্ধিশালী অৱস্থা দেখি আন আন ৰাজ্যৰ ৰজাসকলৰ চকু পুৰিবলৈ ধৰিলে।

গৌড়ৰাজ্যৰ মুছলমান নবাবে অসমৰ কথা বহুদিনৰ পৰা শুনি কেবাবাৰো অসম আক্ৰমণ কৰে। এইবাৰ অসমৰ স্বচ্ছল আৰু ঐশ্বৰ্য্যশালী অৱস্থা জানিব পাৰি নবাবে অসম আক্ৰমণ কৰিবলৈ আকৌ চেষ্টা কৰে আৰু হুছেইন ছাহক সেনাপতি পাতি বহু পদাতিক ৰণুৱা পঠিয়ায়। কিন্তু মুছলমান সেনা অসম সেনাৰ হাতত পৰাস্ত হৈ কমতাপুৰ নৌপাওঁতেই পলায়। নবাব মুছলমান সৈন্য পৰাস্ত হোৱা কথা শুনি খঙতে জ্বলি উঠিল। আকৌ এবাৰ ভাল ভাল সৈন্য গোটাই তুৰ্ব্বকক সেনাপতি কৰি পঠিয়ায়। তুৰ্ব্বকে লগত হিন্দুস্থানৰ বছা বছা যুঁজাৰু লবলৈ স্থিৰ কৰিলে।

যুঁজাৰু লোক বিচাৰি তুৰ্ব্বক কনৌজ পালেগৈ। এই কনৌজত সেই সময়ত ক্ষত্ৰিয়কুলীয়া মানুহৰ সমাজ এখন আছিল। এওঁলোক প্ৰতাপশালী আৰু ক্ষমতাশালী, নীতিজ্ঞানসম্পন্ন আৰু স্পষ্টবাদী। স্বাধীনচেতা বল-বীৰ্য্যশালী ক্ষত্ৰিয়-সন্তানৰ ভিতৰত ভালেমান যুঁজাৰু মানুহ তুৰ্ব্বকে বাছি ললে। এই বছা বছা লোকসকলৰ ভিতৰত কেশৱ সিংহ বুলি এজন ডেকা অসম জয় কৰিবলৈ তুৰ্ব্বকৰ লগত ওলাল। এই কেশৱ সিংহই আমাৰ পূৰ্ব্বপুৰুষ।

অসমৰ ৰণক্ষেত্ৰত মুছলমান সৈন্য টিকিব নোৱাৰিলে। তুৰ্ব্বক ৰণত হাৰি নিজ দেশলৈ উলটি গল। তুৰ্ব্বকৰ কিছুমান সেনা তেওঁৰ লগতে গল। কিছুমান মৰিল। আৰু কিছুমান অসমত ৰৈ গল। অসমত ৰৈ যোৱাসকলৰ ভিতৰত আমাৰ কেশৱ সিংহও এজন। কেশৱ সিংহই ৰণক্ষেত্ৰত নিজৰ বিচক্ষণ বুদ্ধিৰ পৰিচয় দিয়ে। তেওঁৰ ৰণ-কৌশলত মুগ্ধ হৈ স্বৰ্গনাৰায়ণ ৰজাই নিজৰ ৰাজ্যত ৰাখে আৰু ক্ৰমে ক্ৰমে তেওঁৰ বিশ্বাস আৰু উগ্ৰ সাহ দেখি এজন বিষয়া পাতে। শিৱসাগৰ জিলাৰ কোনোবা এখন গাঁৱৰ পৰিচালক কৰি তেওঁক মৌজাদাৰ পাতে। মৌজাদাৰ পাতি তেওঁক পাটগিৰি উপাধি দিয়ে। তেতিয়াৰে পৰা কেশৱ সিংহৰ নাম কেশৱ পাটগিৰি হয়। এওঁৰ লগতে গৌড়ধ্বজ সিংহ বুলি আৰু এজন ক্ষত্ৰিয় যুঁজাৰু আহে। এওঁৰো ৰণ-কৌশলত অসম ৰজা মুগ্ধ হৈ নিজৰ ৰাজ্যত ৰাখে। তেওঁকে প্ৰায় তিনিশ বছৰৰ পিছত যশস্যা লাভ কৰা মণিৰাম দেৱানৰ পূৰ্ব্বপুৰুষ বুলি কোৱা হয়। কোনো কোনো বুৰঞ্জীত কেশৱ সিংহ আৰু গৌড়ধ্বজ সিংহ একে বংশৰ বুলিও উল্লেখ কৰিছে।

কেশৱ পাটগিৰিয়ে মৌজাৰ কাম ভালকৈ চলোৱাত অসম ৰজাই তেওঁৰ



পুত্ৰ দৈৱকীক তিনিখন খাটৰ মালিক পাতি তালুকদাৰ উপাধি দিয়ে। দৈৱকীৰ পুত্ৰ দামোদৰেও তালুকদাৰী কাম কৰি দিন কটালে। এওঁৰ দিনত বাৰভূঞা সকলৰে সৈতে অসম ৰজাৰ কন্দল লাগে। অসম ৰজাই বাৰভূঞা-সকলক স্থানান্তৰিত কৰে। তেওঁবিলাকৰ লগতে দামোদৰ তালুকদাৰো স্থানান্তৰিত হৈ গড়গাঁৱলৈ আহে। গড়গাঁৱত দামোদৰৰ হৰিদাস বুলি এটি পুত্ৰ-সন্তান হয়। হৰিদাস বিচাৰ-বুদ্ধিত বৰ পাৰ্গত আছিল। সেইদেখি গাঁৱৰ সকলোৰে তেওঁক মৰল পাতিছিল। এনে সময়তে কছাৰী ৰাজ্যৰ লগত অসম ৰাজ্যৰ কন্দল হয়। কছাৰী সৈন্যৰ উপদ্ৰৱ দেখি হৰিদাস মৰলে নিজৰ খেলৰ বছা বছা মানুহ লৈ বিদ্ৰোহ দমাবৰ চেষ্টা কৰে। হৰিদাসৰ ৰণ-কৌশল দেখি গাঁৱৰ মানুহে তেওঁৰ পৰিচয় সোধাত কলে,—"আমি জাতিত ক্ষত্ৰিয় কিন্তু আমাৰ ফৈদ বা কুল কলিতা। কলিতাই ক্ষত্ৰিয় সেই কাৰণে ৰণত কৌশলতা দেখুৱাব পাৰিছোঁ।" শেষত হৰিদাসে তেওঁৰ পুত্ৰ ধনীৰাম মৰলক লগত লৈ কামৰূপ জিলালৈ আহে। তেওঁৰ উগ্ৰ সাহস দেখি অসম ৰজাই কাজলিমুখ আৰু বৰনদীৰ পশ্চিমে মুছলমানৰ লগত ৰণ কৰিবলৈ নিযুক্ত কৰে। এই ৰণেই শৰাইঘাটৰ ৰণৰ আৰম্ভ। এওঁ এটা ফৈদ লৈ ভটিয়াই গৈ গুৱালকুছি গাঁৱত কোঠ পাতে। এই গুৱালকুছিৰ পৰা পিতা-পুত্ৰ উভয়ে অসম ৰজাৰ সৈন্যৰ সেনাপতি হৈ ছুটা ফৈদ ৰণলৈ যায়। যুদ্ধত মুছলমান হাৰে। তাতে অসম ৰজাই সন্তোষ পাই ধনীৰাম মৰলক এখন ফলি লিখি দিয়ে। সেই ফলিমতে গুৱালকুছিতে তেওঁ ১২ ঘৰ পাইক আৰু মাটিবাৰী পায় আৰু এওঁক তালুকদাৰ উপাধি দিয়ে।

---

# পৰিশিষ্ট—২

দেউতাৰ কনিষ্ঠা বোৱাৰী শ্ৰীমতী মঞ্জুমালা দাসে দেউতাৰ কিতাপ কেইখনমানৰ চমু পৰিচয় দিছে—

**শ্ৰীকৃষ্ণ** :—নিচেই লৰাকালতেই দেউতাকৰ মুখত শ্ৰীকৃষ্ণৰ লীলাখেলাৰ কথা শুনি দেউতাৰ অন্তৰখন আনন্দত নাচি উঠিছিল। নিৰ্গুণ-নিৰাকাৰ ভগবানৰ অপাৰ মহিমা অকমাণি লৰা এটিৰ বাবে বোধগম্য হব নোৱাৰে। তথাপি যিখিনি বুজিছিল সেইখিনিয়েই দেউতাক অসীম আনন্দ দিছিল। লৰাকালতেই দেউতাই যিখিনি আনন্দ উপভোগ কৰিছিল সেইখিনি আন দহজনৰ মাজত বিলাই দিবলৈকে এই পুথিখনি ছপাই উলিয়ালে। পুথিখনি ৰচনা কৰোতে সংস্কৃত হৰিবংশ, বিষ্ণুপুৰাণ, ভাগৱত, গীতা ; অসমীয়া কীৰ্ত্তন, দশম, অঙ্কীয়া নাট, গীতা ( গোবিন্দ মিশ্ৰ ), গীতা ( প্ৰশান্তমূৰ্ত্তি ) আৰু বঙলা শ্ৰীকৃষ্ণ, শ্ৰীকৃষ্ণৰ জীৱন ও ধৰ্ম্ম, বালক কৃষ্ণ, শ্ৰীকৃষ্ণ চৰিত্ৰ আৰু গীতাত ঈশ্বৰবাদ নামৰ পুথিকেইখনিৰ সহায় লোৱা হৈছে। এই পুথিখনিত শ্ৰীকৃষ্ণৰ জন্মৰপৰা বৈকুণ্ঠ প্ৰয়াণলৈকে তেৰাৰ লীলামাহাত্ম্য সংক্ষেপে সুন্দৰকৈ ৰচনা কৰি শেষৰ ফালে ঘুনুচা যাত্ৰা, গীতাৰ কেইটামান শ্লোক আৰু তাৰ অসমীয়া ভাঙনি, গোপাল স্তোত্ৰ আৰু শ্ৰীকৃষ্ণ স্তোত্ৰও সন্নিবিষ্ট কৰিছে।

**শ্ৰীক্ষেত্ৰ** :—শ্ৰীক্ষেত্ৰ বা পুৰীৰ জগন্নাথ মন্দিৰ হিন্দুৰ এক পৰম পৱিত্ৰ তীৰ্থক্ষেত্ৰ। সৰুতেই কীৰ্ত্তনৰ ওৰেষা-বৰ্ণন পঢ়ি দেউতাৰ প্ৰবল ইচ্ছা হৈছিল এই শ্ৰীক্ষেত্ৰ দৰ্শন কৰাৰ। দেউতাৰ সেই ইচ্ছা পূৰ্ণ হৈছিল। জগন্নাথ মন্দিৰলৈ গৈ যি দেখিলে, যি শুনিলে, যি জ্ঞানলাভ কৰিলে, সেইখিনিকেই গোটাই এই শ্ৰীক্ষেত্ৰ পুথিখনি লিখি উলিয়ালে। শ্ৰীক্ষেত্ৰৰ পৌৰাণিক কাহিনী, মন্দিৰটোৰ বিষয়ে, নিত্য পূজা-পাতল, মাহ-প্ৰসাদ, ৰথ-যাত্ৰা, পাণ্ডা, যাতায়তৰ খৰচ-পাতিকে আদি কৰি সকলো বিষয়ৰে পুঙ্খানুপুঙ্খ বিৱৰণ পুথিখনিত দিয়া হৈছে।

**মহাপুৰুষ** :—মহা মহাপুৰুষৰ জীৱনৰ চানেকিৰে আমিও আমাৰ জীৱন গঢ়িব পাৰোঁ। "মহাপুৰুষসকলৰ আদৰ্শ সকলোৰে অনুকৰণীয়। মহাপুৰুষ-সকলৰ মহৎ গুণাৱলী শ্ৰৱণ-কীৰ্ত্তন কৰিলে মন-প্ৰাণ পৱিত্ৰ আৰু উন্নত হয়।



তেওঁলোকৰ হিয়াৰ বিশালতা, ভাবৰ সৰলতা, মনৰ একাগ্ৰতা, হৃদয়ৰ ধৰ্ম্মতৃষ্ণা, অপূৰ্ব্ব ভগবদ্‌ভৰসা, বাক্যৰ সত্যতা, বিচাৰৰ ন্যায়পৰায়ণতা, অন্তৰৰ বদান্যতা, দয়া, দাক্ষিণ্য আদি মহৎ গুণবিলাকে অল্পমতি মানুহৰ মন উজ্জ্বল আৰু পোহৰ কৰে।" গতিকেই মহাপুৰুষৰ মহৎ জীৱনে মানুহৰ অন্তৰত জ্ঞানৰ পোহৰ অকণ পেলাব পাৰিব বুলিয়েই দেউতাই এই মহাপুৰুষ নামৰ পুথিখনি লিখিছিল। অসমৰ কেইজনমান মহাপুৰুষৰ জীৱনৰ মহৎ কাৰ্য্যকলাপ সুন্দৰকৈ থুপতে লিখা হৈছে। সেই কেইজন মহাপুৰুষ হ'ল শ্ৰীমন্ত শঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, শ্ৰীদামোদৰদেৱ আৰু শ্ৰীহৰিদেৱ। ইয়াৰ বাহিৰেও অসমত বৈষ্ণৱ-ধৰ্ম্ম আৰু অসমীয়া সাহিত্যত শ্ৰীশঙ্কৰ-মাধৱৰ স্থান নামৰ দুটি ভাব-গধুৰ প্ৰৱন্ধ সন্নিৱিষ্ট কৰি অৱশেষত সামৰণিত মহাপুৰুষসকলে কেনেকৈ অসমত সাম্য-মৈত্ৰীৰ উদ্ভুটন কৰিলে, ধৰ্ম্ম বিলালে, মানুহক নৈতিক আধ্যাত্মিক শিক্ষা দিলে, ধৰ্ম্ম শিক্ষা লোৱাত নৰ-নাৰী উভয়ৰে থকা অধিকাৰ দেখুৱাই গ'ল ইত্যাদি মহাপুৰুষ-সকলৰ জীৱনৰ সুমহান কীৰ্ত্তিসমূহ জুকিয়াই আলোচনা কৰিছে।

**জন্মোৎসৱ** :—৪৯৬ শঙ্কৰাব্দত শুৱালকুছি মহাপুৰুষীয়া ধৰ্ম্মালোচনী সভাই শ্ৰীশঙ্কৰদেৱৰ জন্মোপলক্ষে ন-সত্ৰত এখনি ধৰ্ম্মসভা পাতে। সেই সভাত সভাপতিত্ব কৰিছিল দেউতাই। সেই সভাত দিয়া সভাপতিৰ ভাষণটি জন্মোৎসৱ নাম দি প্ৰকাশ কৰি উলিওৱা হয়। মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ জন্ম-কথা আলোচনা কৰি লিখা এইখন এখনি সৰু পুথি।

**শ্ৰীমন্ত শঙ্কৰৰ একশৰণ নাম-ধৰ্ম্ম** :—মহাপুৰুষ শঙ্কৰদেৱে প্ৰৱৰ্ত্তন কৰা একশৰণ নাম-ধৰ্ম্মনো কি, তাকেই এই সৰু পুথিখনিত কীৰ্ত্তন, দশম, ভাগৱত, গীতা আদিৰ পৰা উদ্ধৃতি দি বুজোৱা হৈছে। শঙ্কৰদেৱৰ প্ৰৱৰ্ত্তিত মহাভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ মূলাধাৰ হল ভগবান শ্ৰীকৃষ্ণ। তেৰেই অদ্বিতীয়, সৰ্ব্বশক্তিমান, সৰ্ব্বজ্ঞ, সৃষ্টি-স্থিতি-প্ৰলয় সকলোৰে নিয়ন্তা। নিৰাকাৰ, নিৰঞ্জন, অন্তৰ্য্যামী, কৃপাময় ভগবানৰ নাম-কীৰ্ত্তন, স্মৰণ কৰি একান্তমনে তেওঁৰ চৰণত আশ্ৰয় লোৱাই প্ৰকৃত পথ। সৰল শুদ্ধ অন্তঃকৰণেৰে কাকুতি-মিনতি কৰি তেওঁৰ চৰণত আত্মসমৰ্পণ কৰাই হৈছে একশৰণ। ভগবান শ্ৰীকৃষ্ণত একশৰণ ললে আন দেৱ-দেৱীৰ পূজা-আৰাধনা নকৰাকৈয়ে মায়াৰ হাত সাৰি পৰম শান্তি লাভ কৰিব পাৰি। এই কথাকে মহাপুৰুষ শঙ্কৰদেৱে একশৰণ নামধৰ্ম্ম ৰূপে জগতত প্ৰচাৰ কৰি কেনেকৈ জীৱ-উদ্ধাৰৰ উপায় উলিয়াইছিল তাকেই এই পুথিখনিত শাস্ত্ৰৰ উদ্ধৃতিসহ আলোচনা কৰা হৈছে।

**মিনতি** :—মিনতিৰ 'বাতৰি'ত পুথিখনি লিখাৰ উদ্দেশ্য কি, দেউতাই নিজেই লিখি গৈছে এইদৰে—"শিক্ষাৰ অনুষ্ঠান নৈতিকতাৰ ভেটিত থাপনা কৰিলে সুফল ধৰে বুলি জ্ঞানীসকলে কয়, নৈতিকতাৰ কৰণিত ঈশ্বৰপৰায়ণতা, পৰমনিয়ন্তা পৰমেশ্বৰৰ প্ৰতি শ্ৰদ্ধা, ভক্তি, প্ৰীতি, বিশ্বাস সঞ্চাৰণ কৰাৰ উদ্দেশ্যে যুগুত কৰা হল এই 'মিনতি'।"

মহিমাময়, দয়াময়, কৃপাময়, সৰ্ব্বশক্তিমান পৰমেশ্বৰৰ নাম পুৱাৰপৰা ৰাতি-লৈকে দিনটোৰ বিভিন্ন সময়ত আৰু ছাত্ৰজীৱনৰ দৈনন্দিন বিভিন্ন কাৰ্য্যাৱলীৰ আগতে কেনেদৰে স্মৰণ কৰিব লাগে তাকেই 'মিনতি'ত দেখুওৱা হৈছে।

**নীতি** :—নীতিৰ প্ৰকাশ কেনেকৈ হয় দেউতাই নীতিৰ মিনতিত কৈছে—"পৰমেশ্বৰৰ সৃষ্টি-ৰহস্য হৈছে সুশৃঙ্খল আৰু নিয়মানুৱৰ্ত্তিতা। ঈশ্বৰৰ কাৰ্য্য-কাৰণত সমতা বিৰাজমান। সমতা আৰু নিয়মানুৱৰ্ত্তিতাৰ আবেগত নীতিৰ প্ৰকাশ।"

নীতি কাক কয়, নীতিৰ আৱশ্যকতা কি, সেইবিষয়ে কৈ আত্মনীতি, স্বাস্থ্যনীতি, বাক্যনীতি, সমাজনীতি, ঈশ্বৰনীতি আদিৰ বিষয়ে বেলেগে বেলেগে আলোচনা কৰিছে। লগতে পিতৃ-মাতৃ, শিক্ষাগুৰু, ওচৰ-চুবুৰীয়া, জন্মভূমি আদিৰ প্ৰতি আমাৰ কি কৰ্ত্তব্য হোৱা উচিত, তাকো কৈ শেষত নীতি-বচন কিছুমানেৰে পুথিখনিৰ সামৰণি মাৰিছে।

**জন্মাষ্টমী** :—কটন কলেজৰ ছাত্ৰাবাসৰ ছাত্ৰসকলক শ্ৰীকৃষ্ণৰ জন্ম সম্বন্ধে দুআষাৰমান কোৱাৰ সুযোগ পাইছিল দেউতাই। জন্মাষ্টমী পুথিখনিৰ জন্ম তাৰ পৰাই হয়।

"শ্ৰীকৃষ্ণৰ জন্মকথা অতি সুমধুৰ, অতি গভীৰ, পৰমতত্বপূৰ্ণ, আত্মতৃপ্তিৰ পৰম সুধা।" হৰিবংশ, বিষ্ণুপুৰাণ, ভাগৱত আদি হিন্দুৰ পবিত্ৰ ধৰ্ম্মশাস্ত্ৰসমূহত শ্ৰীকৃষ্ণৰ জন্মকথা অতি মনোমোহাকৈ বৰ্ণনা কৰা আছে। শ্ৰীকৃষ্ণক সকলো হিন্দুৱে ঈশ্বৰ বুলিয়েই মানে। কৃষ্ণ অৱতাৰৰ উদ্দেশ্য কি, কৃষ্ণৰ আধ্যাত্ম ৰূপ আৰু সাকাৰ ৰূপৰ বৰ্ণনা, শ্ৰীকৃষ্ণৰ লীলা ৰহস্য, জন্মাষ্টমী ব্ৰত পালন কৰাৰ উদ্দেশ্য কি, পূৰ্ণ চৈতন্যময় কৃষ্ণ কংস ৰজাৰ বন্দীশালত কঠোৰ কষ্টৰ মাজত জন্মগ্ৰহণ কৰাৰ ৰহস্য কি, চতুৰ্বৰ্গৰ সাধন ইত্যাদি নানান তত্বগধুৰ কথাৰ আলোচনা সংক্ষেপে সকলোৱে বুজিব পৰাকৈ এই সৰু পুথিখনিত কৰা হৈছে।

**মানৱ জ্যোতি** :—আকাৰত ক্ষুদ্ৰ কিন্তু ভাবত গধুৰ এই মানৱ জ্যোতি



পুথিখনি লিখা হৈছিল অসম সাহিত্য সভাৰ সপ্তদশ বাৰ্ষিক অধিবেশন উপলক্ষে।

জগতখন বৈচিত্ৰ্যময়। কিন্তু এই বৈচিত্ৰ্যৰ মাজতো ঐক্য উপলব্ধি কৰিছে বহুদৰ্শী জ্ঞানীসকলে। বৈষম্যৰ মাজত সাম্যভাব উপলব্ধি কৰিব পৰাটোৱেই প্ৰকৃত মানৱত্ব। জ্ঞানীলোকে আত্মবৎ সৰ্ব্বভূতেষু ভাৱদ্বাৰা সমদৃষ্টি আৰু সমজ্ঞান লাভ কৰে। এনে দিব্যদৃষ্টি আৰু জ্ঞান লাভ কৰিব পাৰিলেই পৃথিৱীত শান্তিৰ বিমল আনন্দ দেখা যায়। "জগতময় শান্তি বিস্তাৰৰ উপলব্ধি হলেই মানৱ অন্তৰত বিমল জ্যোতিৰ আভাস পোৱা যায়।" এই জ্যোতিৰ স্বৰূপ কি, প্ৰভাৱ কেনে, জ্যোতিৰ প্ৰসাৰ কেনেকৈ হয়, জ্যোতিৰ প্ৰভাৱত কেনেকৈ সাম্যভাবৰ উদয় হয়, জ্যোতি আৰু সাহিত্যৰ সম্বন্ধ কি, এই জ্যোতিৰ অনুশীলন কেনেকৈ কৰিব পাৰি ইত্যাদি বেলেগে বেলেগে আলোচনা কৰা হৈছে। সামৰণিত আত্মজ্যোতি বিকাশ কৰি ভগবানে যেন সকলো মানুহৰেই অন্তৰত সুখ-শান্তি দিয়ে—তাকেই প্ৰাৰ্থনা কৰা হৈছে।

**শ্ৰীমন্ত শঙ্কৰ** :—'শ্ৰীমন্ত শঙ্কৰ' পুথিখনিৰ মিনতিত দেউতাই লিখিছে,—'শ্ৰীমন্ত শঙ্কৰ' মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ লীলা-খেলা, ৰীতি-নীতি প্ৰৱৰ্ত্তন, ধৰ্ম্ম-বাণী, উপদেশ, শাস্ত্ৰ, পুথি, ভণিতা আদি নানান বিষয়ে সংগ্ৰহ কৰা এখনি ক্ষুদ্ৰ পুথি।"

আকৌ লিখিছে,—'শ্ৰীমন্ত শঙ্কৰ'ত শাস্ত্ৰ, পুথি, সাধু, সন্ত, মহন্ত, সেৱক, ভকত, গোস্বামী, সত্ৰাধিকাৰ সকলোৰে পৰা যি অলপ অচৰপ জানিব পৰা গৈছে তাকেহে লিপিৱদ্ধ কৰা হৈছে।"

শ্ৰীমন্ত শঙ্কৰৰ পাৰ্থিৱ, আধ্যাত্মিক আৰু পাৰমাৰ্থিক লীলাৰে কিতাপখনি আৰম্ভ কৰি কীৰ্ত্তন, দশম, গীতা, ভাগৱত আদি ধৰ্ম্মশাস্ত্ৰৰ উদ্ধৃতিৰে শঙ্কৰী ধৰ্ম্মনো কি, এই ধৰ্ম্মৰ মূল কথা আলোচনা কৰি গুৰু, দেউ, নাম, ধৰ্ম্মৰ ব্যাখ্যা, শৰণ ভজনৰ বৰ্ণনা, এক শৰণ নাম ধৰ্ম্মৰ আলোচনা, নৱিধ ভক্তিৰ ব্যাখ্যা, মহাপুৰুষীয়া ধৰ্ম্মৰ বিশেষত্ব আৰু সত্ৰ অনুষ্ঠানৰ বিষয়ে লিখি শেষৰ ফালে শ্ৰীমন্ত শঙ্কৰৰ সাহিত্যিক প্ৰতিভাৰ আলোচনা কৰিছে। শঙ্কৰদেৱৰ ৰচনাৱলীৰ তালিকা আৰু সংক্ষেপতে সেইবোৰৰ সাৰমৰ্ম্ম কৈ বিবিধ পুথিৰ ছন্দ অলঙ্কাৰৰ পৰিচয় উদাহৰণসহ বুজোৱা হৈছে। অসমীয়া ধৰ্ম্ম, সমাজ আৰু সাহিত্য-সংস্কৃতিৰ ওপৰত শঙ্কৰী প্ৰভাৱ যে কিমান সুগভীৰ তাকো দেখুওৱা হৈছে পুথিখনিত।

মূঠতে শঙ্কৰদেৱৰ বিষয়ে ৰচনা কৰা প্ৰাচীন আৰু আধুনিক বহু পুথি, বহু শাস্ত্ৰ ঘাটি সেইবোৰৰ সাৰমৰ্ম্মখিনি গ্ৰহণ কৰি ৰচনা কৰা 'শ্ৰীমন্ত শঙ্কৰ' এখনি মূল্যবান গ্ৰন্থ।

**পঞ্চতীৰ্থ** :—পঞ্চতীৰ্থ পাঁচোটি গল্পৰ সমষ্টি। এই গল্প কেইটি টলষ্টয়ৰ ছাঁ লৈ লিখা হৈছে। বিদেশী গল্পৰ ছাঁ লৈ লিখিলেও গল্পকেইটিৰ চৰিত্ৰ, পৰিবেশ, পটভূমি, সকলো অসমীয়া।

কিতাপখনিৰ পাতনি লিখিছে শ্ৰীলক্ষীনাৰায়ণ চট্টোপাধ্যায় মহোদয়ে। এখেত দেউতা কটন কলেজত পঢ়া সময়ত উক্ত কলেজৰ সংস্কৃতৰ অধ্যাপক আছিল। এখেতৰ অনুপ্ৰেৰণাতেই পঞ্চতীৰ্থৰ জন্ম। চট্টোপাধ্যায় মহোদয়ে পাতনিত লিখেছে—"প্ৰতীচ্যৰ ঋষি কাউণ্ট টলষ্টয়ে নিজৰ জীৱনত কঠোৰ সাধনা কৰি যিবোৰ তত্ত্ব ফটফটীয়াকৈ উপলব্ধি কৰিছিল সেই তত্ত্ববোৰ সাধাৰণ সকলো মানুহে বুজিব পৰাকৈ গল্পৰ সহায়েৰে প্ৰচাৰ কৰিছিল। সেই তত্ত্ববোৰ দেশ, জাতি, ধৰ্ম্ম নিৰ্ব্বিশেষে সকলো মানুহৰ সম্পত্তি। কোমলমতীয়া সৰু লৰা-ছোৱালীবিলাকে যাতে সেই সম্পত্তিৰ সুকীয়াকৈ ভাগী হব পাৰে সেই অৰ্থে লৰা-ছোৱালীৰ মঙ্গলকামী মানুহ মাত্ৰেই যত্ন কৰা বিশেষ যুগুত। এই গল্পবোৰৰ ছাঁ লৈ শ্ৰীমান হৰমোহন দাসে অসমীয়া লৰা-ছোৱালীৰ নিমিত্তে পাঁচোটি গল্প অসমীয়া ভাবত, অসমীয়া সাঁচত আৰু অসমীয়া ঠাঁচত প্ৰকাশ কৰিছে।"

এই পাঁচোটি গল্প হল মানৱ দেৱতা, মানৱ সত্য, মানৱ সুখ, মানৱ সেৱা আৰু মানৱ দয়া। সকলো লৰা-ছোৱালীয়েই গল্প কেইটি পঢ়ি আমোদ পাব।

**অদ্ভুৎ গল্প** :—"দেশ-বিদেশৰ গল্পৰ ছাঁয়াই অদ্ভুৎ গল্পৰ কায়া।" ছটি অদ্ভুৎ গল্পৰ সমষ্টিৰে কিতাপখনি লৰা-ছোৱালীহঁতৰ উপযোগীকৈ ৰচনা কৰা। গল্পকেইটিৰ অন্তৰালত একোটি শিকিবলগীয়া আদৰ্শ আছে। যেনে,—মাতৃ-সেৱাৰ বলত মানুহে কিমান উন্নতি কৰিব পাৰে ( অদ্ভুৎ ল'ৰা ), ধাৰ্ম্মিক আৰু দয়ালু লোকে পৰৰ হিতৰ অৰ্থে কেনেকৈ নিজৰ জীৱন পৰ্য্যন্ত দান কৰিব পাৰে ( অদ্ভুৎ ৰজা ), ক্ষমাই পৰম ধৰ্ম্ম, অহিংসাই পৰম নীতি ( অদ্ভুৎ ভূত ) ইত্যাদি।

**সাধু বুদৰাম মহন্ত** :—শুৱালকুছি গাঁৱৰ হাটীসত্ৰৰ অধিকাৰ আছিল সাধু বুদৰাম মহন্ত। তেখেতৰ সৎ জীৱনৰ সৎ কাৰ্য্যাৱলীয়ে আনকো অনুপ্ৰেৰণা যোগাব এই আশাতেই তেখেতৰ জীৱনীখনি দেউতাই লিখি উলিয়াইছিল। নিবেদনত দেউতাই লিখিছে,—"সাধুলোকৰ চৰিত্ৰ পাঠেই সৎসঙ্গ। সৎসঙ্গই



জীৱনত সুখ-শান্তি দিয়ে। সাধু বুদৰাম মহন্ত অধিকাৰদেৱ এজনা বিশিষ্ট সাধুপুৰুষ। তেখেতৰ জীৱনৰ ঘটনাৱলী পাঠ কৰিলে সৎসঙ্গ পোৱা যেন লাগে। সেইকাৰণে তেখেতৰ চৰিতখনি সঙ্কলন কৰি ৰাইজৰ ওচৰত নিবেদন কৰা হল।

জীৱনীখনি অধিকাৰ সাধু জনাৰ পূৰ্ব্বপুৰুষসকলৰ চিনাকিৰে আৰম্ভ কৰি শুৱালকুছি গাঁৱত সাধু বুদৰাম মহন্তৰ জন্মৰ পৰা তেখেতৰ বৈকুণ্ঠ প্ৰয়াণলৈকে পুথিখনিত লিপিবদ্ধ কৰা হৈছে।

**সাহিত্য তত্ত্ব** :—কিতাপখনিৰ নিবেদনত দেউতাই লিখিছে,—"সাহিত্যৰ সকলো কথা বিশ্লেষণ কৰি ভাব, ছন্দ, অলঙ্কাৰ, গুণ আৰু ঠাঁচ আদি নানান তত্ত্বৰ কথা পোৱা যায়। এই তত্ত্ববোৰ লৈয়ে সাহিত্যৰ কাব্য, গদ্য, পদ্য আৰু নাটক আদি নানান ভাগ ওলায়। এই সকলোবোৰ কথা সংগ্ৰহ কৰি এই সাহিত্যতত্ত্ব সঙ্কলন কৰা হৈছে।"

কিতাপখনিত দহোটা অধ্যায় আছে। প্ৰথমটি অধ্যায় হল 'সাহিত্যৰ সৌন্দৰ্য্য'। এই অধ্যায়ত সাহিত্যৰ লক্ষণ, জ্ঞান, আনন্দ, সাহিত্যৰ সম্পদ, মৌলিকতা, বিশ্বজনীনতা আদিৰ বিষয়ে আলোচনা কৰা হৈছে। দ্বিতীয় অধ্যায় 'সাহিত্যৰ ভাব'। ইয়াত বিভাৱ, অনুভাৱ, সাত্বিক ভাৱ, তমভাৱৰ ব্যাখ্যা কৰা হৈছে। তৃতীয়তে 'সাহিত্যৰ ৰস'। শৃঙ্গাৰ, বীৰ আদি সাহিত্যৰ নৱিধ ৰসৰ বৰ্ণনা এই অধ্যায়ত পোৱা যায়। চতুৰ্থতে 'সাহিত্যৰ গুণ'। সাহিত্যৰ তিনিবিধ ৰসৰ আলোচনা এই অধ্যায়ত আছে। পঞ্চম অধ্যায়ত 'সাহিত্যৰ অলঙ্কাৰ' অৰ্থাৎ শব্দালঙ্কাৰ, অৰ্থালঙ্কাৰৰ বৰ্ণনা। ষষ্ঠ অধ্যায় হল 'সাহিত্যৰ ছন্দ'। সপ্তমত 'সাহিত্যৰ ঠাঁচ'। অষ্টম অধ্যায়ত 'কাব্যশাস্ত্ৰ'। নবম অধ্যায়ত কথা-সাহিত্য, গীতি-সাহিত্য, নাট্য-সাহিত্য আদি সাহিত্যৰ বিভিন্ন ভাগৰ আলোচনা। সৰ্ব্বশেষত সাহিত্যৰ লগত ভাষা, কলা, শিক্ষা, বিজ্ঞান, সমাজ আদিৰ সম্বন্ধ দৰ্শাই কেইখনিমান চুটি চুটি ৰচনা। সাহিত্যৰ ভাৱ, গুণ, লক্ষণ, ছন্দ, অলঙ্কাৰ, ৰস আদিৰ উদাহৰণসহ সংজ্ঞা নিৰ্ণয় কৰাত সেইবোৰ বুজাত উজু হৈ পৰিছে।

**শ্ৰীমন্ত শঙ্কৰৰ অৱদান** :—অসমত মহাভাগৱতী বৈষ্ণৱ ধৰ্ম্মৰ প্ৰৱৰ্ত্তক মহাপুৰুষ শঙ্কৰদেৱৰ অসমৰ ধৰ্ম্ম, অসমৰ সমাজ সংগঠন, অসমীয়াৰ জাতীয় জীৱনলৈ বহুমূলীয়া অৱদান সম্পৰ্কেই পুথিখনিত আলোচনা কৰা হৈছে।

"বৰ্ত্তমান সমাজে বিচাৰে ন্যায়, নৈতিকতা, মানৱ ধৰ্ম্ম ; বিচাৰে জনশিক্ষা, জনসেৱা, মিলিত প্ৰাৰ্থনা, অস্পৃশ্যতা বৰ্জ্জন ; বিচাৰে গাওঁ সংগঠন, সমবায়

সমিতি, লোকতান্ত্ৰিক ৰাজনীতি। শ্ৰীমন্ত শঙ্কৰে মানৱ অন্তৰে বিচৰা এইসকলো কথা ধৰ্ম্মৰ জৰিয়তে সত্ৰানুষ্ঠানৰ মাজেৰে প্ৰচাৰ কৰি গৈছে। যি যি বস্তু বৰ্ত্তমান মানৱ সমাজে বিচাৰিছে, যি যি বিষয় অনুভৱ কৰিছে, সেই সকলো কথা শ্ৰীমন্ত শঙ্কৰে পাঁচশ বছৰৰ আগতে জগতত প্ৰকাশ কৰি গৈছে।"

অসমীয়া জাতিলৈ মহাপুৰুষজনাৰ বহুমূলীয়া অৱদানৰ বিষয়ে সংক্ষেপে কৈ শেষ কৰিব নোৱাৰি। তথাপি এই ক্ষুদ্ৰ পুথিখনিত এটি প্ৰৱন্ধৰ আকাৰত অসমৰ ধাৰ্ম্মিক, আধ্যাত্মিক, নৈতিক আৰু সামাজিক জীৱনলৈ শ্ৰীমন্ত শঙ্কৰৰ অৱদান ধৰ্ম্মশাস্ত্ৰৰ উদ্ধৃতিসহ মনোগ্ৰাহীকৈ জুকিওৱা হৈছে।

**Contributions of Srimanta Sankaradeva :—**১৯৫৩ চনত আহমেদাবাদত বহ All India Oriental Conferenceৰ সপ্তদশ বাৰ্ষিক অধিবেশনৰ বাবে এই প্ৰৱন্ধটি যুগুত কৰা হৈছিল।

এইখন পুথিতো মহাপুৰুষ শঙ্কৰদেৱৰ বিভিন্ন অৱদানসমূহ, বিশেষকৈ অসমৰ ধৰ্ম্ম, সমাজ আৰু সাহিত্যৰ ক্ষেত্ৰত গুৰুজনাৰ অৱদানসমূহ আলোচনা কৰা হৈছে।

পুথিখনিৰ সাৰৱণিত এনেদৰে কোৱা হৈছে,—"In conclusion, it may be mentioned that Assam is very fortunate to have an all round reformer in the person of Srimanta Sankaradeva in whom the whole of the Assamese culture may be said to be epitomised. ......Srimanta Sankaradeva has given to Assam a new life, a new culture and a new State. Rulers have come, rulers have gone, and their kingdom perished in dust but Srimanta Sankaradeva's state lasts forever."

**Sankaradeva—A Study :—**হায়দৰাবাদত বহা All India Oriental Conferenceৰ একাদশ বাৰ্ষিক অধিবেশনত পাঠ কৰিবৰ বাবে 'অসমীয়া সাহিত্যত শঙ্কৰদেৱৰ স্থান'—এই শিতানত প্ৰৱন্ধ এটি লিখা হৈছিল। Sankaradeva—A Study পুথিখনিৰ জন্ম উক্ত প্ৰৱন্ধটিৰ পৰাই। প্ৰৱন্ধটি বহলাই কিতাপৰ আকাৰত লিখি উলিয়াবলৈ উদগণি দিছিল ডঃ বাণীকান্ত কাকতিদেৱে। কিতাপখনৰ নামটোও তেখেতেই দিয়া।

প্ৰাচীন কামৰূপ আৰু কামৰূপৰ ৰজাসকলৰ বৰ্ণনাৰে কিতাপখনি আৰম্ভ কৰি শঙ্কৰদেৱৰ জীৱনী, তেখেতৰ শিক্ষা, সত্ৰ-অনুষ্ঠান আদিৰ বিষয়ে



লিখি মহাপুৰুষজনাৰ ৰচনাৱলী, তেখেতে ব্যৱহাৰ কৰা ছন্দ, অলঙ্কাৰ আদি উদাহৰণসহ পুথিখনিত দেখুওৱা হৈছে। পুথিখনিৰ শেষৰ ফালে সত্ৰসমূহ আৰু আচাৰ্য্যসকলৰ তালিকা কেইখনিমানো সন্নিৱেশ কৰা হৈছে।

যিজনা মহাপুৰুষে অসমীয়া জাতিক ভাষা দিলে, জ্ঞান দিলে, ধৰ্ম্ম দিলে, শিক্ষা দিলে, মৃতপ্ৰায় অসমীয়া জাতিক প্ৰাণ দিলে, সেইজনা মহান ব্যক্তিৰ জীৱন, আদৰ্শ, ব্যক্তিত্ব আৰু দৰ্শন সম্বন্ধে জানিবলৈ কিতাপখনিয়ে সহায় কৰিব।

**Janmastami and Bhakti Cult :—**১৯৫৫ চনত আন্নামালয়ত বহা All India Oriental Conferenceৰ অষ্টাদশ বাৰ্ষিক অধিবেশনৰ বাবে পুথিখনি লিখা হৈছিল।

হিন্দু ধৰ্ম্মৰ শ্ৰেষ্ঠ দেৱতা ভগবান শ্ৰীকৃষ্ণৰ জন্ম দিৱসটিয়েই হল জন্মাষ্টমী। ভাৰতীয় ধৰ্ম্মই অৱতাৰবাদ মানে, দুষ্টক দমন কৰি সন্তক পালন কৰি জগতত ধৰ্ম্ম স্থাপন কৰিবলৈকে যুগে যুগে ভগবানে অৱতাৰ গ্ৰহণ কৰে। শ্ৰীকৃষ্ণয়ো মৰ্ত্ত্যত অৱতৰি মৰ্ত্ত্যবাসীৰ দুখ বিমোচন কৰিলে, নানা দৈত্য-দানৱ বধ কৰিলে আৰু অধৰ্ম্মক পৰাজিত কৰি ধৰ্ম্মৰ বিজয় পতাকা উৰুৱালে।

জন্মাষ্টমী দিনটিৰ বিশেষত্ব কি এই সম্পৰ্কে পুথিখনিত কোৱা হৈছে—"It is a day of immense significance ; for, an ideal man and diplomat, He brought into existence a better Hindu polity and held up the highest and most variegated human efficiency, resourcefulness and excellence. He also at the same time represents the highest Hindu philosophical solidity."

ভগবান কৃষ্ণই হৈছে পৰম ব্ৰহ্ম। এই পৰম ব্ৰহ্মৰ চৰণত একান্তভাৱে নিজকে সমৰ্পণ কৰা ভক্তই ভগবানৰ কৃপা লাভ কৰে। গীতাৰ ভক্তিযোগৰ বিষয়ে আলোচনা কৰি অসমত ষোড়শ শতাব্দীত শ্ৰীমন্ত শঙ্কৰদেৱে প্ৰৱৰ্ত্তন কৰা ভক্তিধৰ্ম্মনো কেনে তাৰ বৰ্ণনা পুথিখনিত কৰা হৈছে।

---

# পৰিশিষ্ট—৩

## দেউতাই লিখা কিতাপৰ তালিকা ঃ—

১। মহাপুৰুষ
২। পঞ্চতীৰ্থ
৩। সাহিত্য তত্ত্ব
৪। শ্ৰীকৃষ্ণ
৫। শ্ৰীক্ষেত্ৰ
৬। শ্ৰীমন্ত শঙ্কৰ
৭। শ্ৰীমন্ত শঙ্কৰৰ সংগঠন, সংস্কাৰ আৰু প্ৰচাৰ নীতি
৮। একশৰণ নাম ধৰ্ম্ম
৯। জন্মাষ্টমী
১০। মানৱ জ্যোতি
১১। চতুৰ্বৰ্গ
১২। সাধু বুদৰাম মহন্ত
১৩। বৈষ্ণৱ ধৰ্ম্ম
১৪। নীতি
১৫। মিনতি
১৬। অদ্ভুৎ গল্প
১৭। আমাৰি দেশৰ ঘাই উৎপন্ন বস্তু আৰু যাতায়াত
১৮। জন্মোৎসৱ
১৯। Sankaradeva—A Study
২০। Contribution of Srimanta Sankaradeva
২১। সহজ ইংৰাজী শিক্ষা



২২। Anglo-Assamese Word Book
২৩। Roman Hindi Teacher
২৪। পকেট নামঘোষা ( সম্পাদিত )
২৫। নামঘোষা ( অসমীয়া, হিন্দি, ইংৰাজী অনুবাদসহ ঃ সম্পাদিত )

## স্কুলীয়া পুথি ঃ—

১। Rational Grammar — Standard III
২। Do " IV
৩। Do " V
৪। Do " VI
৫। Rational Translation " III
৬। Do " IV
৭। Do " V
৮। Do " VI
৯। Rational Translation—VII & VIII
১০। Rational Composition " III
১১। Do " IV
১২। Do " V
১৩। Do " VI
১৪। Rational Grammar & Translation—V & VI
১৫। Assam Reader Primer
১৬। Rational Reader Primer
১৭। সহজ ৰচনা পাঠ ১ম ভাগ
১৮। ঐ ২য় ভাগ
১৯। ঐ ৪ৰ্থ ভাগ
২০। নতুন ৰচনা পাঠ ( ৭ম আৰু ৮ম মান )

২১। নতুন ব্যাকৰণ (৭ম আৰু ৮ম মান)
২২। অমৃত ব্যাকৰণ (৫ম আৰু ৬ষ্ঠ মান)
২৩। অসমীয়া প্ৰাথমিক ব্যাকৰণ
২৪। মোৰ ব্যাকৰণ
২৫। অকণৰ ক খ কিতাপ
২৬। অকণৰ ক-মান কিতাপ
২৭। অকণৰ খ-মান কিতাপ
২৮। কোমল পাঠ ১ম
২৯। কোমল পাঠ ২য়
৩০। কোমল পাঠ ৩য়
৩১। অসমৰ সহজ বুৰঞ্জী
৩২। অকণৰ গণিত

**অপ্ৰকাশিত পুথি ঃ—**

১। তত্ত্বকথা
২। বিশেষ তত্ত্ব
৩। বৈষ্ণৱ তত্ত্ব
৪। গীতা ভাগৱত কীৰ্ত্তন নামঘোষা শাস্ত্ৰৰ সাৰ সংগ্ৰহ
৫। শ্ৰীমন্ত শঙ্কৰ মাধৱৰ সাহিত্য প্ৰতিভা
৬। বিশ্ব-গৌৰৱ
৭। গল্পমালা

---